# মধুমালতী

[ অজ্ঞাত কৱিৰ অষ্টাদশ শতিকাৰ প্ৰণয় কাব্য ]



সম্পাদক
শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱা
শ্ৰীসত্যেন্দ্ৰনাথ শৰ্ম্মা

লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী : অসম

Madhumalati, an eighteenth century Assamese version of the original Sufi kavya of the same name composed by the 16th century Hindi poet Manjhan.


প্ৰকাশক :
শ্ৰীবিচিত্ৰনাৰায়ণ দত্তবৰুৱা, বি-এল
লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী, অসম।

প্ৰথম প্ৰকাশ :
মেই, ১৯৫৯

মূল্য : চাৰি টকা

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
নৱজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

পুথি প্ৰসঙ্গ ঃ—মধুমালতী পুথিখন সাহিত্য সভাই সংগ্ৰহ কৰে। গুৱাহাটীৰ বুৰঞ্জী আৰু পুৰাতত্ব বিভাগৰ ডাইৰেক্টৰ ডক্টৰ সূৰ্য্য কুমাৰ ভূঞাদেৱে সাহিত্য-সভাৰ দপ্তৰৰপৰা এই পুথি আনি এটি পাণ্ডুলিপি সহ বৰ্ত্তমানে উক্ত বিভাগত সংৰক্ষণ কৰাৰ দিহা কৰে।

ডক্টৰ ভূঞাদেৱৰ উদ গনি আৰু অনুমোদনত এই পুথি প্ৰকাশ কৰিবলৈ লোৱা হয়; সেই বাবে ডক্টৰ ভূঞাদেৱৰ ওচৰত আমি ঋণী।

মূল পুথিখনৰ শেষৰ পাত কেইটাৰ আখৰ ঠায়ে ঠায়ে অস্পষ্ট হৈ পৰিছে। পুথিৰ শেষত নকলকাৰৰ নাম পোৱা যায়। তেওঁ হল মাহাৰ সত্ৰৰ "বৰ মাজিউজনা ডেকা গোস্বামী মোহন চন্দ্ৰ গোস্বামী।" মোহন চন্দ্ৰ গোস্বামী যে পুথিখনৰ নকলকাৰহে সেই বিষয়ে সন্দেহ নাই, কিয়নো অন্তত "যথাদৃষ্টং তথা লিখিতং" শ্লোকেৰে সামৰণি মাৰিছে। প্ৰকৃত কবি জনৰ নাম পুথিৰ ক'তো উল্লেখ নাই। কিন্তু ভাষালৈ চাই মধুমালতী অষ্টাদশ শতিকা মানত ৰচিত হোৱা যেন লাগে। পুথিখনত বৰ্ণাশুদ্ধি আৰু পাঠৰ কিছু বিকৃতি আছে যদিও প্ৰকৃত পাঠ উদ্ধাৰ কৰা কঠিন নহয়।

কাব্যৰ মূল ঃ—মধুমালতী এখন প্ৰণয় কাব্য। অজ্ঞাতনামা কবিয়ে লোমস ঋষিৰ মুখেদি কাব্যখন প্ৰকাশ কৰিছে। নৈমিষাৰণ্যৰ ঋষি সমাজত লোমস ঋষিয়ে এই কাহিনী বৰ্ণনা কৰিছিল বুলি কবিয়ে দেখুৱাইছে। দৰাচলতে কবিৰ কাহিনীটোক পৌৰাণিক আভিজাত্য দিয়াৰ ই এটা কৌশলহে। এই কাহিনী পুৰাণৰ নহয়, ষোড়শ শতাব্দীৰ মঞ্জন নামৰ কবিৰ হিন্দী কাহিনীৰ অসমীয়া ৰূপ।[১]

---

(১) মৃগাৱতী চৰিত, মধুমালতী আৰু চন্দ্ৰাৱলী কাব্যৰ মূল নিৰ্দ্দেশ কৰি শ্ৰীসত্যেন্দ্ৰনাথ শৰ্ম্মাই পোনপ্ৰথমে ৰামধেনু ৭ম বছৰ ৪ৰ্থ সংখ্যাত এটি প্ৰবন্ধ লিখে। প্ৰবন্ধটোৰ এছোৱা প্ৰকাশ হৈ বাকীছোৱা সম্পাদকৰ হাতৰ পৰা হেৰাল।

হিন্দী সাহিত্যত মধুমালতী নামৰ দুখন কাব্য পোৱা যায়, এখন মুচলমান কবি মালিক মঞ্চনৰ আৰু আনখন চতুৰ্ভুজ কায়স্থৰ ৰচনা। দুইখন কাব্য প্ৰণয়-প্ৰধান; কিন্তু কাহিনী সম্পূৰ্ণ পৃথক। ইখনৰ লগত সিখনৰ অলপো মিল নাই। মালিক মঞ্চনে হিজৰী ৯৫২, সম্বত ১৬০২ অৰ্থাৎ ১৫৪৫ খৃষ্টাব্দত মধুমালতী কাব্য ৰচনা কৰে। মঞ্চন চুফী মতবাদী কবি আৰু ধৰ্ম্মৰ ক্ষেত্ৰত তেওঁ উদাৰ দৃষ্টি সম্পন্ন আছিল। এনে উদাৰতাৰ কাৰণেই তেওঁ সহানুভূতিৰে হিন্দু জীৱনৰ চিত্ৰ আৰু হিন্দুৰ ধৰ্ম্ম-বিশ্বাস মৰ্ম্মস্পৰ্শী ৰূপত প্ৰকাশ কৰিব পাৰিছে। এই সহানুভূতিশীলতাৰ কাৰণেই তেওঁৰ কাব্য জনপ্ৰিয় হব পাৰিছিল আৰু সুদূৰ অসমতো প্ৰচাৰ হৈছিল।

খৃষ্টীয় ষোড়শ শতাব্দীৰপৰা অষ্টাদশ শতাব্দীলৈকে চুফী কবি-সকলে ভালেমান প্ৰণয়-কাব্য ৰচনা কৰে। হিন্দুৰ জীৱনধাৰা আৰু হিন্দু সমাজৰ চিত্ৰৰ মাজেদি চুফী আদৰ্শ প্ৰচাৰ কৰাই এই কাব্য-সমূহৰ উদ্দেশ্য আছিল। এই কাব্য শ্ৰেণীৰ যোগেদি হিন্দু-মুচলমানৰ সম্প্ৰীতি স্থাপনৰ প্ৰচেষ্টাও হৈছিল। এই শ্ৰেণীৰ কাব্য হল কুতবনৰ মৃগাৱতী চৰিত, মঞ্চনৰ মধুমালতী, মহম্মদ জায়সীৰ পদ্মাৱত, উসমানৰ চিত্ৰাৱলী, শেখ নবীৰ জ্ঞানদ্বীপ, নুৰ মহম্মদৰ অনুৰাগ-বাঁসুৰী আৰু ইন্দ্ৰাৱতী, কাচিম শাহৰ হংস-জৱহিৰ, আলমৰ মাধৱানল-কামকন্দলা ইত্যাদি।[২]

মঞ্চনৰ মধুমালতী কাব্যিক সৌন্দৰ্য্যেৰে ভৰপূৰ। কাব্যখন দীৰ্ঘ; সৰ্ব্বমুঠ ৩৯টা অধ্যায়ত সম্পূৰ্ণ। পটভূমি আৰু বিভিন্ন পৰিস্থিতিৰ সম্যক বিৱৰণ, নায়ক নায়িকাৰ কাৰ্য্যকলাপ, মানসিক অৱস্থা, পূৰ্ব্বৰাগ, বিৰহ মিলনৰ প্ৰয়াস, পথৰ বাধা-বিঘিনি, ঋতু বৰ্ণনা, বিভিন্ন ঋতুত বিৰহাতুৰ নায়িকাৰ অৱস্থা, সাময়িক মিলন, মিলন ভঙ্গ, পুনৰ্মিলন

(২) ডাঃ শিৱগোপাল মিশ্ৰ সম্পাদিত মঞ্চনৰ 'মধুমালতী'ৰ পাতনি চাওক।

আৰু বিবাহ আদিৰ পুংখানুপুংখ বৰ্ণনা আছে। বিভিন্ন প্ৰসংগত নগৰ, উপবন, উদ্যান, সমুদ্ৰ, নায়িকাৰ শাৰীৰিক সৌন্দৰ্য্যৰ নখ-শিখ বিৱৰণ, সমুদ্ৰ যাত্ৰা, সম্ভোগ আৰু বিপ্ৰলম্ভ শৃঙ্গাৰ, বিবাহ-উৎসৱ, শোভাযাত্ৰা আদিৰ মনোৰম চিত্ৰ কাব্যখনত পোৱা যায়। এইবোৰৰ মাজে মাজে নৈতিক ভাবাদৰ্শৰো সংযোগ ঘটিছে। মুঠতে মঞ্ঝনৰ হিন্দীকাব্য মধুমালতী এখন লেখত লবলগীয় মধ্যযুগীয় প্ৰণয়-কাব্য।

অসমীয়া মধুমালতী সৰল বৰ্ণাত্মক কাব্য। ইয়াত কেৱল ঘটনা-পৰম্পৰাৰ ক্ৰম দেখুৱাই কাহিনীক পৰিণতিৰ পথত আগবঢ়াই নিয়া হৈছে; মূলৰ দৰে পৰিবেশ ৰচনাত আৰু পৰিস্থিতি চিত্ৰণত দৃষ্টি দিয়া হোৱা নাই। অসমীয়া সংস্কৰণত প্ৰেমৰ অভিব্যক্তি কেনে হৈছে সেই বিষয়ে আমি পৃথক আলোচনা কৰিছোঁ। কাহিনী বিকাশত মূল কাব্যৰ লগত অসমীয়া পদ-কাহিনীৰ পাৰ্থক্য নথকা নহয়; অৱশ্যে কাহিনীৰ ৰূপৰেখাঙ্কনত বৰ বেছি প্ৰভেদ নাই। তলত মঞ্ঝনৰ মধুমালতীৰ আখ্যান ভাগ অতি চমুকৈ দিয়া হল।

**মঞ্ঝনৰ কাহিনী** ঃ—কনৈগিৰি (কোনো পাঠত কনেসৰ) নগৰৰ ৰজা সুৰজভানৰ পুত্ৰ মনোহৰ কোঁৱৰক সুপ্ত অৱস্থাত অপ্সৰাসকলে নিশা মহাৰস নগৰৰ ৰাজকুমাৰী মধুমালতীৰ চিত্ৰসাৰীত (বিলাস গৃহত) থৈ আহে। তেওঁলোকে সাৰ পাই দুয়ো দুয়োৰে ৰূপত মুগ্ধ হয়। ৰাজকুমাৰীৰ প্ৰশ্নত মনোহৰে আত্মপৰিচয় দি কয়—"মই যেন তোমাক জন্ম-জন্মান্তৰে ভাল পাই আহিছোঁ। যি দিনাই এই সংসাৰত মই ভৰি দিলোঁ সেই দিনাৰ পৰাই তোমাৰ প্ৰেমত মই ব্যাকুল"—

"জেহি দিন দুখ য়েহ সিষ্টি সমানা
তা দিনতে জিউ জিউ কৈ জানা॥

তৈ জো সমুন্দ লহৰী মৈঁ তোৰী
তৈ ৰবি মৈঁ কিৰণি অঁজোৰী।
মোহিঁ আপুন জৈ জানু নিনাৰা,
মৈঁ সৰীৰ তৈঁ প্ৰাণ পিয়াৰা॥”

এইদৰে পৰস্পৰে চিনাকি দি প্ৰেমপাশত আৱদ্ধ হৈ ৰতি-সুখ উপভোগ কৰি গভীৰ টোপনিত লালকাল দিয়ে। সেই সুযোগতে অপ্সৰাসকলে ৰাজকুমাৰক ঘূৰাই লৈ গৈ নিজৰ শোৱনি-কোঠাত পূৰ্ব্বৰ দৰে থৈ যায়। সাৰ পাই ইজনে সিজনক নেদেখি বিৰহত ব্যাকুল হয়। ৰাজকুমাৰ বলিয়াৰ দৰে হোৱাত নানা বেজ জ্ঞানী লগায়ো একো ফল নাপাই বিৰহৰ লক্ষণ দেখি তেওঁৰ ইচ্ছামতে অভীষ্ট বস্তু বিচাৰি লবলৈ ৰজাই সমুদ্ৰ যাত্ৰাৰ আয়োজন কৰি দিলে।

কুমাৰে যোগীৰ বেশেৰে—
“কন্থা মেখলি চিৰকুট, জটা পৰা জো কেশ
বজ্ৰ কচ্ছোটা বান্ধিকৈ, বৈসা গোৰখ ভেশ।”

সমুদ্ৰত নাও পাৰি দিলে। সাগৰত ধুমুহা আহি নাও বুৰাই কোঁৱৰক লগৰীয়াবোৰৰ পৰা বিচ্ছিন্ন কৰিলে। ভাগ্যক্ৰমে ৰাজকুমাৰে এচটা কাঠত ধৰি পাৰ পাই গহীন অৰণ্যত প্ৰবেশ কৰি কিছু দূৰ গৈ উপবন এখনৰ মাজৰ ঘৰ এটাত এজনী ৰূপহী সুন্দৰী গাভৰু শুই থকা দেখা পালে। ছোৱালীজনীয়ে সাৰ পাই কুমাৰক দেখি তাইৰ জীৱন-বৃত্তান্ত প্ৰকাশ কৰি কলে যে তাই “চিতবিসৰামপুৰ”ৰ (চিত্তবিশ্ৰাম-পুৰ) ৰজা চিত্ৰসেনৰ কন্যা, নাম প্ৰেমা; সৰোবৰত স্নান কৰিবলৈ আহোঁতে ৰাক্ষস এটাই ধৰি আনি নিৰ্জ্জন বনত থৈছেহি। মনোহৰ কুমাৰৰ বুদ্ধিমতে প্ৰেমাই ৰাক্ষসক ফুচুলাই তাৰপৰা মৃত্যুৰ উপায় ছলেৰে জানি লৈ কুমাৰক ৰাক্ষস বধ কৰাৰ উপায় দিলে। সেই বনত এজোপা অমৃত বৃক্ষ আছিল, সেই গছজোপা কাটিলে ৰাক্ষসক

বধ কৰিব পাৰিব। যি কোনো লোকে ৰাক্ষসক বধ কৰিব নোৱাৰে; ৰঘুবংশৰ কোঁৱৰ হলেহে পাৰিব। প্ৰেমাৰপৰা সকলো কথা শুনি মনোহৰে (তেওঁ ৰঘুবংশীয় কোৱঁৰ) সেইমতে অমৃত বৃক্ষ ছেদন কৰি ৰাক্ষসৰ লগত যুদ্ধ কৰি তৰোৱালেৰে তাক বধি প্ৰেমাক উদ্ধাৰ কৰে।

প্ৰেমাই কোঁৱৰক মধুমালতীৰ সম্বেদ দি কলে যে মধুমালতী তেওঁৰ প্ৰিয় সখী। গতিকে মধুমালতীৰ লগত কোঁৱৰৰ মিলন ঘটুৱাব পাৰিব। প্ৰেমাই কোঁৱৰক বাট দেখুৱাই নি চিত্তবিশ্ৰামপুৰ ওলালগৈ। তাতে প্ৰেমাৰ পিতৃ-মাতৃৰ লগত মনোহৰৰ পৰিচয় ঘটিল। প্ৰেমাৰ লগত মনোহৰৰ বিয়া পাতি দিবলৈ ইচ্ছা কৰাত প্ৰেমাই মনোহৰক ভাতৃজ্ঞান কৰি বিয়া কৰাবলৈ অস্বীকাৰ কৰিলে।

ইতিমধ্যে প্ৰেমা উভতি অহাৰ খবৰ পাই মহাৰস নগৰৰ ৰাণী ৰূপমঞ্জৰী জীয়েক মধুমালতীৰ সৈতে চিত্তবিশ্ৰামপুৰত উপস্থিত হল। এই সুযোগতে প্ৰেমাই মনোহৰৰ লগত মধুমালতীৰ সংযোগ কৰি দিয়ে। ৰাতিপুৱা ৰাণী ৰূপমঞ্জৰীয়ে মধুমালতীক অপৰিচিত মনোহৰ কোঁৱৰৰ লগত শুই থকা অৱস্থাত দেখা পাই জীয়েকক তিৰস্কাৰ কৰি এনে অবৈধ প্ৰেম পৰিত্যাগ কৰিবলৈ নিৰ্দ্দেশ দিলে। কিন্তু মধুমালতীয়ে মাকৰ কথালৈ কাণ নিদিয়াত ৰাণী ৰূপমঞ্জৰীয়ে তাইক চৰাই হবলৈ শাপ দিয়ে। ৰাণীৰ শাপত মধুমালতী চৰাই হৈ উৰি গৈ আন এখন দেশ পালেগৈ। সেই ৰাজ্যত (মানগড়) তাৰাচান্দ নামৰ এজন ৰাজকোৱঁৰে ৰাজত্ব কৰিছিল—

"তাৰাচন্দ তাহি কহ নাঁউ, পুৰ পনেৰি মানগড় ঠাঁউ।
অতিসুন্দৰ ৰূপৱন্ত সুৰেখা, ছত্ৰী বৰিয়াক জো পেখা॥"

তাৰাচন্দই ধুনীয়া পখীটিক ধৰিবলৈ চেষ্টা কৰিলে। পক্ষীৰূপী মধুমালতীয়ে তাৰাচন্দক মনোহৰ বুলি ভুল কৰি ধৰা দিয়াত সোণৰ সজাত বন্দী হবলগীয়া হল। এদিন পক্ষীৰূপিনী মধুমালতীয়ে তাৰা-

চন্দক সকলো কথা বিবৰি কলে। তাৰাচন্দে মধুমালতীৰ করুণ কাহিনী শুনি মনোহৰৰ লগত পুনৰ্মিলন কৰি দিবলৈ প্রতিজ্ঞা কৰি পক্ষীৰূপিনী মধুমালতীক লগত লৈ মহাৰস নগৰলৈ গল। মাকে জীয়েকক পাই অতিশয় আনন্দিত হৈ মধুমালতীৰ দেহত মন্ত্রপুত পানী চটিয়াই দিয়াত চৰাইৰূপী মধুমালতীয়ে আগৰ ৰূপ লাভ কৰিলে। মধুমালতীৰ মাক-বাপেকে তাৰাচন্দৰ লগত মধুমালতীৰ বিয়া পাতিব খোজাত তাৰাচন্দে কলে, "মধুমালতী মোৰ ভনীৰ দৰে। তেওঁক কোঁৱৰ মনোহৰৰ লগত মিলন কৰাই দিবলৈ মই প্রতিজ্ঞাবদ্ধ। তেওঁলোকৰ গভীৰ প্রেমৰ মই কণ্টক হব নোখোজোঁ।" তাৰাচন্দৰ কথাত ৰূপমঞ্জৰীয়ে মনোহৰ কোঁৱৰৰ সংবাদ বিচাৰি প্রেমালৈ সকলো কথা বিৱৰি এখন চিঠি লিখিলে; লগতে মধুমালতীয়েও নিজৰ বিৰহ দুখ জনাই বাতৰি পঠালে। প্রেমাই মধুমালতীৰ সমাচাৰ পাই অতিশয় বেজাৰ পালে, কিয়নো মনোহৰ কোৱঁৰ মধুমালতী চৰাই হৈ উৰি যাবৰ দিনাৰপৰা নিৰুদ্দেশ হৈছিল। এনে সময়তে এজন সন্ন্যাসীৰ লগত কোঁৱৰক চেলা ( শিষ্য ) হৈ ঘূৰিফুৰা দেখি এজনী দাসীয়ে প্রেমাক খবৰ দিলে। প্রেমাই কোঁৱৰক মধুমালতীৰ সংবাদ দি ওভোতাই আনি ৰাণী ৰূপ-মঞ্জৰীলৈ বাতৰি পঠিয়ালে। মধুমালতীৰ মাক বাপেকে সেই মতেই প্রেমাৰ নগৰলৈ আহি মনোহৰৰ লগত মধুমালতীৰ বিয়া পাতি দিলে; মধুমালতী, মনোহৰ, তাৰাচন্দ কিছুদিন সেই নগৰতে থাকিল। এদিন উদ্যানত সখীসকলৰ লগত প্রেমাই ঝুলন খেলি থাকোঁতে তাৰাচন্দই দেখা পাই প্রেমবাণত কাতৰ হৈ মূৰ্চ্ছা যায়। মধুমালতীয়ে তাৰাচন্দৰ মূৰ্চ্ছাৰ কাৰণ জানিব পাৰি প্রেমাৰ পিতৃ-মাতৃৰ আগত বিয়াৰ প্রস্তাব কৰিলে আৰু সেই মতেই তাৰাচন্দৰ লগত প্রেমাৰ বিয়া হল। কিছু-দিনৰ পাছত মনোহৰ আৰু তাৰাচন্দে নৱ-পৰিণীতা ভাৰ্য্যাৰে সৈতে নিজ নিজ ৰাজ্যলৈ গল। কিছু পথ যোৱাৰ পাছত দুইজন ৰাজ-কোৱঁৰ দুফালে যায়—

"তাৰাচন্দ মানগড় তাকা।
কুঁৱৰ ঠাঢ় কনৈগিৰি হাকা।
মধুমালতী কন্যাগিৰি, পেমা পৰবত নেৰি।
চলিহি নাহ সঙ্গ দুনৌ, তজি নৈহৰ জো সেৰি।"

দুবছৰৰ মূৰত মনোহৰ কোঁৱৰ নিজ ৰাজ্যত সভাৰ্য্যে উপস্থিত হোৱাত ৰজা ৰাণীয়ে হেৰোৱা পুত্ৰক ঘূৰাই পাই নথৈ আনন্দ লভিলে। ইমানতে মূল কাব্যৰ সামৰণি।

**অসমীয়া কাহিনীৰ মুলৰ লগত প্ৰভেদ ঃ** ওপৰত অতি চমুকৈ বৰ্ণনা কৰা মূল কাহিনীৰ লগত অসমীয়া সংস্কৰণৰ কিছু প্ৰভেদ আছে। অসমীয়া কাহিনীটো বৰ্ণনা নকৰি কেৱল মুল ঘটনাৰ লগত পাৰ্থক্য-খিনিহে দাঙি ধৰা হল—

(১) অসমীয়া কাহিনীত মনোহৰে প্ৰেমাক বিবাহ কৰিছে।

(২) ৰাণীৰ শাপত মধুমালতীয়ে পক্ষীৰূপ ধাৰণ কৰা নাই, মনোহৰ কোঁৱৰহে পক্ষীত ৰূপান্তৰিত হৈছে।

(৩) তাৰাচন্দৰ লগত প্ৰেমাৰ বিবাহ হোৱা নাই।

(৪) মুলত কোঁৱৰ মধুমালতীৰ মহাৰস নগৰ পোৱাগৈ নাই, প্ৰেমাৰ সহায়ত চিত্তবিশ্ৰাম নগৰতে মিলন আৰু শেষত বিয়া হৈছে। অসমীয়া কাহিনীত মনোহৰ প্ৰেমাৰ লগত গৈ মহাৰস নগৰৰ মালিনীৰ ঘৰত আশ্ৰয় লৈ মালিনীৰ সহায়ত মধুমালতীৰ শয়ন-কক্ষত প্ৰবেশ কৰে। প্ৰেমাই এই কথা নাজানে।

(৫) অসমীয়া কাহিনীমতে মনোহৰ কোঁৱৰে প্ৰেমাক ৰাক্ষসৰ পৰা উদ্ধাৰ কৰি সাগৰেদি যাওঁতে বাটত তেওঁক হাঙ্গৰে পানীলৈ টানি নিয়ে। তাৰ পৰা কোনোমতে ৰক্ষা পাই পাৰলৈ উঠি অটব্য অৰণ্যত এবাৰ বিষাল তেজপিয়া পক্ষৰাৰ মুখত পৰে, তাৰপৰা কোনোমতে ৰক্ষা পৰি সন্ন্যাসীবেশী নৰখাদক ৰাক্ষসৰ হাতত পৰে, তাৰপৰা বান্দৰৰ ৰাজ্যত উপস্থিত হয়। এই খিনিতে এটা উপকাহিনী সংযোগ কৰা

হৈছে। বান্দৰ ৰাজ্যৰ ৰজাজন আছিল এজন মানুহ। তেওঁ কৰ্ণাট ৰাজ্যৰ ৰাজকোঁৱৰ, নাম ৰঙ্গসেন। এগৰাকী অপেচৰীৰ ৰূপত মুগ্ধ হৈ ৰাজ্য এৰি মন্ত্ৰীৰ পুতেকৰ লগত সেই অপেচৰীৰ অন্বেষণত সাগৰেদি যাওঁতে নানা বিপদৰ সন্মুখীন হৈ হৈ অৱশেষত বান্দৰৰ ৰাজ্যৰ ৰজা হল। বান্দৰ ৰাজ্যৰ ৰজাৰ কাহিনী আৰু মনোহৰ কোঁৱৰে তাৰপৰা আহি আকৌ কেনেকৈ প্ৰেমাক লগ ধৰিলে এই সকলোবোৰ কথা মূল হিন্দীকাব্যত নাই। মূল হিন্দীকাব্য মতে কোঁৱৰে ৰাক্ষসৰপৰা প্ৰেমাক উদ্ধাৰ কৰি পোনে পোনেই প্ৰেমাৰ পিতৃৰাজ্য পায় গৈ।

(৬) পৰিবেশ, পৰিস্থিতি আৰু বিভিন্ন প্ৰাসঙ্গিক বৰ্ণনাৰ লগত হিন্দী আৰু অসমীয়া সংস্কৰণৰ কোনো সাদৃশ্য নাই। 'বাৰমাহী বৰ্ণনা' হিন্দীকাব্যৰ এটা বিশেষত্ব; অসমীয়াত তাৰ আভাস নাই।

(৭) অসমীয়া কাব্যত থকা বৈষ্ণৱ প্ৰভাৱৰ লগত মূল কাব্যৰ কোনো সাদৃশ্য নাই।

(৮) নামবাচক বিশেষ্যবোৰত সামান্য প্ৰভেদ ঘটিছে; যেনে কনৈ-গিৰিৰ ঠাইত কনৌগিৰি (কোনো ঠাইত কৰ্ণেগিৰি), চিত্তবিশ্ৰাম-পুৰৰ ঠাইত বিচিত্ৰ বিশ্ৰামপুৰ, বিক্ৰম নৃপতিৰ ঠাইত দুই এঠাইত বিদ্ৰুম নৃপতি, দুই এঠাইত বিক্ৰমেই আছে। প্ৰেমাৰ সলনি চিত্ৰসেনী শব্দটো প্ৰয়োগ কৰিছে। মূলত চিত্ৰসেনী চিত্ৰসেন ৰজাৰ পত্নী, প্ৰেমাৰ মাক।

**অসমীয়া কাব্যৰ মৌলিকতা:** ওপৰত হিন্দী আৰু অসমীয়া কাহিনীৰ প্ৰভেদখিনি দেখুৱা হ'ল। দুইখন কাব্য মিলাই পঢ়িলে এই কথা স্পষ্ট হৈ পৰে যে অসমীয়া কবিয়ে হিন্দীকাব্য সমুখত ৰাখি ৰচনা কৰা নাই; কাহিনীটো অ'ৰ ত'ৰ পৰা শুনি বৈষ্ণৱ কাব্যৰ আৰ্হিত ৰচনা কৰিছে। মূল আখ্যানৰ পৰা য'ত য'ত বিকৃতি ঘটিছে সেইখিনি অসমীয়া কবিৰ বোধকৰো স্বেচ্ছাকৃত নহয়, যি উৎসৰপৰা কাহিনীটো পাইছিল সেই উৎসই হয়তো বিকৃত আছিল। মূলত নোহোৱা

অংশও, যেনে ৰঙ্গসেনৰ উপকাহিনীও হয়তো তেনেভাৱেই পোৱা। একেধৰণৰ কাহিনী প্ৰচলিত থাকিলে বহু ক্ষেত্ৰত এটাৰ অংশই আনটোৰ মাজত অনধিকাৰ প্ৰবেশ কৰা স্বাভাৱিক। মধুমালতী, মৃগাৱতী, চন্দ্ৰাৱলী আদি কাব্যৰ বিষয়বস্তু প্ৰায় একে ধৰণৰ, আৰু এই কাব্যবোৰত প্ৰক্ষিপ্ত হোৱাও অতি সহজ। প্ৰিয়তমাৰ অন্বেষণত নানা বিপদ আপদ অতিক্ৰম কৰি আগবাঢ়ি যোৱা নায়কৰ পথত দুই চাৰিটা বিপদৰ ঘটনা লগ লগাই দিয়া একো কঠিন নহয়; তেনে কৰাৰপৰা আখ্যানৰ ৰূপৰেখাও পৰিবৰ্ত্তন নহয়।

মূল হিন্দীকাব্যত মনোহৰে প্ৰেমাক বিবাহ কৰাবলৈ অস্বীকাৰ কৰা কথাত বিশেষ তাৎপৰ্য্য আছে। চুফী কাব্যত প্ৰধান নায়িকা ঈশ্বৰৰ প্ৰতীক। চুফীসকলে ভক্ত আৰু ভগবান সম্পৰ্ক প্ৰেমিক প্ৰেমিকাৰ ৰূপকৰ সহায়েৰে প্ৰকাশ কৰিছে। ভক্তৰ অব্যভিচাৰী প্ৰেমভক্তি ঈশ্বৰ লাভৰ একমাত্ৰ উপায়। গতিকে এজন নায়ক দুগৰাকী নায়িকাত আসক্ত হোৱা দেখুৱাবলৈ গলে চুফী আদৰ্শ ক্ষুণ্ণ হয়। অসমীয়া কৱিয়ে চুফী আদৰ্শ অনুসৰণ কৰা নাই। হিন্দু প্ৰণয়াত্মক সাহিত্যৰ ইতিহাসত নায়কৰ একাধিক পত্নী থকাৰ উদাহৰণ প্ৰচুৰ আছে। এই শ্ৰেণীৰ নায়কক ভাৰতীয় অলঙ্কাৰ-শাস্ত্ৰত দক্ষিণ-নায়ক বুলিছে। গতিকে অসমীয়া কৱিয়ে প্ৰেমাৰ মনোহৰৰ লগত বিয়া হোৱা দেখুৱা-বলৈ যোৱাটোত একো অস্বাভাবিকতা নাই। আকৌ বুঢ়ী মালিনীৰ সহায়ত মনোহৰে মধুমালতীৰ প্ৰণয় লাভ কৰা আৰু গুপ্তভাৱে শোৱনি-কোঠাত প্ৰবেশ কৰাৰ কথা মূলত নাই যদিও সৰ্ব্বভাৰতীয় আৰু অসমীয়া আখ্যান উপাখ্যানৰ ইতিহাসত বিৰল নহয়। আখ্যানমূলক লোকগীতত থকাৰ উপৰিও পৌৰাণিক সাহিত্যতো যথেষ্ট পোৱা যায়। অসমীয়া মাধৱ-সুলোচনাৰ কাহিনীতেই এনে উদাহৰণ আছে। কাহিনীৰ মাজত উপকাহিনী খাঁজি যোৱা পৌৰাণিক কথা-সাহিত্যৰ এটা বিশেষ লক্ষণ। ৰঙ্গসেনৰ উপকাহিনীটো মূল হিন্দী কাব্যত

নাই যদিও অসমীয়া কবিয়ে পৌৰাণিক কথা-সাহিত্যৰ আদৰ্শতেই সেই উপকাহিনীটো সংযোগ কৰি দিছে। ক্ষেমেন্দ্ৰ, দণ্ডী আদি কবিৰ কথা সমূহত এনে আখ্যানৰ মাজত উপাখ্যান প্ৰায়ে দেখা যায়।

**মধুমালতী নামৰ আখ্যানৰ ঐতিহ্য ঃ** মধুমালতী নামটোৰ এটা স্বকীয় আকৰ্ষণ আছে। সেইকাৰণেই এই কাব্যৰ আৰু নামৰ জন-প্ৰিয়তা দেখা যায়। ডাঃ শিৱগোপাল মিশ্ৰই তেওঁৰ সম্পাদিত হিন্দী মধুমালতীৰ পাতনিত ভৱভূতিৰ মালতীমাধৱৰ লগত এই কাব্য আৰু নামৰ সম্পৰ্ক দেখুৱাবলৈ চেষ্টা কৰিছে। তেওঁকে অনুসৰণ কৰি ডাঃ মহেশ্বৰ নেওগেও ভৱভূতিৰ নাটখনতে মধুমালতীৰ আদিম ৰূপ দেখা পাইছে; কিন্তু নামৰ কিছু সাদৃশ্যৰ বাহিৰে আখ্যান ভাগৰ কোনো মিল নাই।

আগতে উল্লেখ কৰি অহা হৈছে মঞ্ঝনৰ মধুমালতীৰ পূৰ্ব্বে মধ্য-ভাৰতৰ চতুৰ্ভুজ কায়স্থই মধুমালতী নামে এখন কাব্য ৰচনা কৰিছিল। ইয়াৰ নায়কৰ নাম মধুকৰ আৰু নায়িকাৰ নাম মালতী। কিন্তু আখ্যানৰ ধাৰা মঞ্ঝনৰপৰা সম্পূৰ্ণ বেলেগ। গুজৰাটী সাহিত্যত মধু-মালতী নামে প্ৰাচীন কাব্যৰ উল্লেখ পোৱা যায়। মধুমালতী আখ্যানৰ প্ৰাচীন সচিত্ৰ পুথিও গুজৰাটী সাহিত্যত আছে। মধুমালতীৰ এনে সচিত্ৰ পুথিৰ কেইটামান নিদৰ্শন বঙ্গদেশৰ সুকুমাৰ-কলাবিষয়ক আলোচনী 'ৰূপম'ত প্ৰকাশ হৈছিল। ইয়াৰ বাহিৰেও প্ৰসিদ্ধ উৰ্দ্দু-কাব্য 'গুলশনে ইশক' কাহিনী মঞ্ঝনৰ মধুমালতীৰ আখ্যানৰ লগত সাদৃশ্য আছে। গোৱালিয়ৰৰ প্ৰসিদ্ধ প্ৰেমকাব্য ৰচোঁতা জান নামৰ কবিয়ে 'মধুকৰ মালতী' নামে কাব্য লিখে। এই কাব্যৰ লগত চতুৰ্ভুজ কায়স্থৰ 'মধুমালতী'ৰ লগত সাদৃশ্য আছে। বঙ্গদেশতো মনোহৰ মালতীৰ প্ৰেমকথাই জনপ্ৰিয়তা অৰ্জ্জন কৰিছিল।

**মধুমালতাৰ আধ্যাত্মিক তত্ত্ব ঃ** মঞ্ঝনৰ কাব্যত চুফী সাধনাৰ আদৰ্শ প্ৰচ্ছন্নভাৱে ইঙ্গিত কৰিছে। উক্ত কাব্যত মনোহৰ জীৱাত্মাৰ

প্ৰতীক। মনোহৰ যোগীৰ বেশত মধুমালতীৰ সন্ধানত ওলাই যোৱাৰ কথাই জীৱাত্মাই বৈৰাগ্য অৱলম্বন কৰি বা সংসাৰৰ আসক্তি এৰি ভগৱৎ প্ৰাপ্তিৰ পথত আগবঢ়াকে সূচনা কৰিছে। চিত্তবিশ্ৰামপুৰেই হল হৃদয়; এই হৃদয়ৰ বৃত্তি হল প্ৰেম, গতিকে প্ৰেমাক চিত্তবিশ্ৰামপুৰৰ কুঁৱৰীৰূপে দেখুৱাইছে। প্ৰেমৰ সহায়ত ভগৱান উপলব্ধি হয়; কাব্যতো প্ৰেমৰ সহায়তহে মালতীক লাভ হোৱা চিত্ৰিত কৰিছে। মহাৰস নগৰ মালতীৰ আবাস, মালতী ঈশ্বৰৰ বা সাধ্যবস্তুৰ প্ৰতীক, ঈশ্বৰ ৰসস্বৰূপ। মহাৰস নগৰে সাধকৰ ভগবদ্ভক্তিত আত্মনিমজ্জন অৱস্থা সূচায়; এই অৱস্থাত সাধকৰ ঈশ্বৰ উপলব্ধি হয়। সাধাৰণ জাগতিক ৰসময় বা আনন্দময় অবস্থাতকৈ ই পৃথক; সেই কাৰণে মহাৰস শব্দটো প্ৰয়োগ কৰিছে। মহাৰস নগৰত মালতীক স্থাপন কৰাৰ অৰ্থ হল অলৌকিক ভক্তিৰসাৱস্থাতহে চিত্তত ভগৱানৰ উপস্থিতি উপলব্ধি কৰা যায়।

অসমীয়া মধুমালতীত কবিয়ে ওপৰোক্ত প্ৰতীকবোৰৰ সম্পৰ্কে সচেতন হয়নে নহয় কব নোৱাৰি। সম্ভব সচেতন নহয়, কেৱল আপাতৰমণীয় আখ্যানটোৰ আকৰ্ষণেই কাব্য ৰচনাৰ একমাত্ৰ প্ৰেৰণা যেন অনুমান হয়।

এইখিনিতে এটা প্ৰশ্ন উঠে যে যদি মধুমালতীৰ কাব্যখনৰ অন্তৰালত কোনো আধ্যাত্মিক তত্ত্ব নাই তেন্তে এইখন লৌকিক প্ৰেম-কাহিনী নেকি? এই প্ৰশ্নৰ উত্তৰ প্ৰসঙ্গত প্ৰাচীন সাহিত্যত প্ৰেমৰ বিভিন্ন অভিব্যক্তিৰ বিষয়ে উল্লেখ কৰা বোধকৰো অপ্ৰাসঙ্গিক নহব।

**প্ৰাচীন সাহিত্যত প্ৰেম:** প্ৰেম শব্দৰ অৰ্থ মহত্ আৰু ব্যাপক। প্ৰেমভাবৰ অন্তৰ্গত ৰাগ বা আসক্তিৰ এনে প্ৰবৃত্তি অন্তৰ্নিহিত থাকে, যি কোনো বিশেষ ব্যক্তি বা অভিপ্ৰেত বস্তুৰ প্ৰতি আকৃষ্ট থাকে আৰু যি সদায় অপ্ৰতিহত আৰু অবাধিত গতিত প্ৰবাহিত হৈ থাকিবলৈ চেষ্টা কৰে। প্ৰেম সদায় নিঃস্বাৰ্থ আৰু প্ৰতিদান-নিৰপেক্ষ।

'কাম' আৰু প্ৰেমৰ মাজত গভীৰ পাৰ্থক্য। কামবাসনাৰ প্ৰকৃততে স্থূল শৰীৰৰ লগতহে সম্বন্ধ আৰু শৰীৰ উপভোগেই ইয়াৰ প্ৰধান লক্ষ্য। উপভোগৰ পৰিসমাপ্তি ঘটিলেই অভিপ্ৰেত বস্তুৰ আদৰো হ্ৰাস পায়। অধিক উদাৰ, গভীৰ আৰু ব্যাপক ৰূপত কাম-বাসনা কেতিয়াবা প্ৰেমলৈ ৰূপান্তৰিত হোৱা দেখা যায়। বঙালী বৈষ্ণৱ কবিৰ পদত—

"আত্মেন্দ্ৰিয় প্ৰীতিইচ্ছা তাৰে বুলি কাম
কৃষ্ণেন্দ্ৰিয় প্ৰীতিইচ্ছা ধৰে প্ৰেম নাম।"

ওপৰৰ উদ্ধৃতিত 'কৃষ্ণেন্দ্ৰিয় প্ৰীতি' শব্দটোক ভগৱান বা বিশ্বাত্মা অৰ্থতো লব পাৰি। প্ৰকৃত প্ৰেমাৱস্থাত প্ৰেমিক আৰু প্ৰেমাস্পদৰ বিভেদ নোহোৱা হয়। গুণৰহিত, কামৰহিত, প্ৰতিক্ষণে বৰ্দ্ধমান, অবিচ্ছিন্ন, সূক্ষ্মতৰ ৰূপেই প্ৰেম।

কিন্তু সাধাৰণ ভাষাত কাম আৰু প্ৰেমৰ পাৰ্থক্যলৈ দৃষ্টি নাৰাখি ৰতিভাৱযুক্ত ব্যৱহাৰ আৰু অৱস্থাকে প্ৰেমাৱস্থা বুলি কোৱা হয়। প্ৰেমী আৰু প্ৰেমাস্পদৰ পাৰস্পৰিক সম্বন্ধ অনুসাৰে প্ৰেমৰ বিভিন্ন অভিব্যক্তি। প্ৰেমাস্পদ যদি প্ৰেমীজনতকৈ বয়সত সৰু বা নিম্ন পৰ্য্যায়ৰ হয় তেন্তে সেই প্ৰেমক বাৎসল্য-প্ৰেম বোলা হয়, আৰু যদি বয়সত ডাঙৰ নাইবা মহৎ হয় তেন্তে সেই প্ৰেমে ভক্তি নাম পায়। এইদৰে প্ৰেমিক প্ৰেমাস্পদৰ পাৰস্পৰিক সম্বন্ধ অনুসৰি ভাতৃপ্ৰেম, দাম্পত্যপ্ৰেম, সখীপ্ৰেম আদি নানা পৰ্য্যায় ভেদ হয়। এই সকলোবোৰৰ ভিতৰত যুৱক-যুৱতীৰ পাৰস্পৰিক যৌন আকৰ্ষণক ভেটি কৰি সৃষ্টি হোৱা প্ৰেম ভাবেই অধিক প্ৰভাৱশীল আৰু সম্মোহনীয়। প্ৰাচীনকালৰ পৰা কাব্য নাটক আখ্যায়িকা আদি বিভিন্ন সাহিত্যিক ৰূপত যুৱক যুৱতীৰ বিপৰীত লিঙ্গৰ প্ৰতি হোৱা আকৰ্ষণ বা ৰতিভাবকে নানা ভাৱে ৰূপ দি আহিছে, তথাপিও যেন এই প্ৰেমৰ কথা বৰ্ণনা কৰি শেষ কৰিব পৰা নাই। কবি বিদ্যাপতিৰ ভাষাত কবলৈ গলে—

"সখিহে কি পুছহ অনুভৱ মোয়
সোই পীৰিতি ৰীতি অনুভৱ বখানিতে
নিতে নিতে নতুন হোই।"

এই যৌন প্ৰেমৰ মাদকতা, ব্যাপকতা, গভীৰতাৰ কাৰণেই প্ৰণয় বা প্ৰেম বুলিলে সাধাৰণতে যুৱক-যুৱতীৰ প্ৰেমকেই বুজা যায়, ভাতৃ-প্ৰেম, বাৎসল্য নাইবা সখীপ্ৰেম বা সৌহাৰ্দ্দ্যৰ কথা মনলৈ নাহে। আমাৰ এই আলোচনাত সেইকাৰণে যুৱক-যুৱতীৰ পাৰস্পৰিক ৰতি-ভাবৰপৰা উদয় হোৱা প্ৰেমৰহে অভিব্যক্তি দেখুৱা হৈছে।

সাহিত্যত যুৱক-যুৱতীৰ প্ৰেম সাধাৰণতে লৌকিক আৰু অলৌকিক এই দুটা ৰূপত প্ৰকাশ হোৱা দেখা যায়। মানৱ গুণ আৰু ভাৱযুক্ত যুৱক-যুৱতী বা নৰ-নাৰীৰ পূৰ্ব্বৰাগ, বিৰহ, মিলন, সম্ভোগকে কেন্দ্ৰ কৰিয়েই লৌকিক প্ৰেম। কিন্তু অলৌকিক প্ৰেম আধ্যাত্মিক; শাৰীৰিক সম্ভোগজনিত আনন্দ বা সুখ ইয়াত নাথাকে। কিন্তু অলৌকিক প্ৰেমো ব্যক্ত কৰা হয় লৌকিক প্ৰেমৰ চিত্ৰৰ যোগেদিহে। কেতিয়াবা লৌকিক প্ৰেমৰ প্ৰতীকৰ সহায়ত অলৌকিক প্ৰেম প্ৰকাশ কৰা হয়। গতিকে লৌকিক প্ৰেমৰ বিকাশত পূৰ্ব্বৰাগ, বিৰহ, সম্ভোগ আদি যিবোৰ পৰিণাম প্ৰকাশ পায় অলৌকিক প্ৰেম বৰ্ণনা কৰোঁতেও সেইবোৰৰ স্বচ্ছন্দ প্ৰয়োগ হয়। তলত অলৌকিক প্ৰেমৰ বিভিন্ন অভিব্যক্তিৰ কিছু নিদৰ্শন দাঙি ধৰা হল।

সহজীয়া বৈষ্ণৱসকলে প্ৰত্যেক মানৱক 'ৰূপ' আৰু 'স্বৰূপ' এই দুটা দৃষ্টিৰে চায়। 'ৰূপ' দৃষ্টিত প্ৰত্যেক মানুহেই এই সংসাৰৰ এজন দেহধাৰী প্ৰাণী মাত্ৰ; কিন্তু স্বৰূপ দৃষ্টিৰে প্ৰত্যেক জনেই কৃষ্ণ বা ৰাধা। এইদৰে 'ৰূপ'ৰ ওপৰত 'স্বৰূপ' আৰোপ কৰি সহজ প্ৰেমৰ দ্বাৰা সাধনাত সিদ্ধি লাভ কৰিব পাৰি বুলি তেওঁলোকে বিশ্বাস কৰে। যেনেকৈ জুইত গৰম নকৰিলে ঘনক্ষীৰ নহয়, তেনেকৈ মানবীয় প্ৰেমৰ পূৰ্ণ বিকাশৰ নিমিত্তে আৰু সেই প্ৰেমক আধ্যাত্মিক প্ৰেমলৈ ৰূপান্তৰিত

কৰিবলৈ কোনো প্ৰকৃতিক অৰ্থাৎ নাৰীৰ সঙ্গৰূপ অগ্নিকুণ্ডৰ প্ৰয়োজন। সাধকে নিজকে কৃষ্ণ আৰু সঙ্গিনীক ৰাধাৰূপে দৃষ্টি কৰি ৰূপৰ মাজেদি অৰূপৰ সন্ধান বিচাৰে। সহজীয়া বৈষ্ণৱ সাহিত্যত ওপৰুক্ত দৃষ্টিৰ প্ৰকাশ আছে। চণ্ডীদাসৰ—

"মৰম নাজানে ধৰম বখানে, এমন আছয়ে যাৰা।
কাজ নাই সখী তাদেৰ কথায়, বাহিৰে ৰহুন তাৰা॥
আমাৰ বাহিৰ দুৱাৰে কপাট লেগেছে ভিতৰ দুৱাৰ খোলা।"

ৰামী-চণ্ডীদাসৰ প্ৰেমৰ অন্তৰালত এনে অলৌকিক প্ৰেমৰ অনুভৱৰ প্ৰচেষ্টা মন কৰিবলগীয়া। অসমীয়া ৰাতিখোৱা সম্প্ৰদায়ৰ গীততো প্ৰকাশ পাইছে এই সহজীয়া প্ৰেমৰ স্বৰূপেই।

আনহাতে আকৌ বাউলসকলে নিজ অন্তৰতে থকা প্ৰিয়তমৰ বা 'মনেৰ-মানুষ'ৰ বিৰহত ব্যাকুল। সহজীয়াৰ দৰে তেওঁলোকে অন্যত ৰাধাত্ব বা কৃষ্ণত্ব আৰোপ কৰি প্ৰেম বিৰহত ব্যাকুল নহয়। আকৌ বজ্ৰযানী বৌদ্ধসকলে নিৰ্বিকল্প জ্ঞানকেই 'নিৰাত্মা' নামে অভিহিত কৰিছে। এওঁলোকৰ ধাৰণাত নিৰাত্মা দেৱী ; বোধিচিত্ত দেৱতা বা পুৰুষ। বোধিচিত্ত যেতিয়া নিৰাত্মাৰ কণ্ঠালিঙ্গন কৰি নিৰাত্মাৰ লগত এক হৈ যায় তেতিয়াই মহাসুখৰ উৎপত্তি। বোধিচিত্ত আৰু নিৰাত্মাৰ মিলনকে জৈৱিক মিলনৰ প্ৰতীক বুলি ৰূপকৰ সহায়ৰে সিদ্ধসকলে প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছে।

"তিঅ ধাউ খাট পাড়িলা শবৰো মহাসুখে সেজি ছাইলী
শবৰো ভুজঙ্গ নৈৰামনি দাৰী, প্ৰেহ্মে ৰাতি পোহইলী।"

ওপৰুক্ত সহজীয়া বৌদ্ধ দোঁহাত কোৱা হৈছে যে শবৰে ত্ৰিধাতুৰ খাট পাৰি তাৰ ওপৰত শয্যা ৰচনা কৰি নৈৰামনি ( নিৰাত্মা ) স্ত্ৰীক লৈ একত্ৰে শয়ন কৰি প্ৰেমৰসত ৰাতি অতিবাহিত কৰিছে। ইয়াত বোধিচিত্তক শবৰ আৰু নিৰাত্মাক শবৰী বা ডোম্বী ৰূপে বৰ্ণনা কৰিছে।

চুফীসকলে লৌকিক প্ৰেমৰ প্ৰতীকৰ সহায়ত অলৌকিক প্ৰেম ব্যাখ্যা কৰিছে। চুফীৰ দৃষ্টিত ভগৱান বা উপাস্য প্ৰেমাস্পদ স্বৰূপ। মদিৰা প্ৰেমৰ প্ৰতীক; মদিৰা পৰিবেশন-কাৰিণী গুৰুৰ প্ৰতীক আৰু প্ৰেমিক সাধকৰ প্ৰতীক। আত্ম-স্বাতন্ত্ৰ্য বিলোপ কৰি অহংভাব সমূলে ধ্বংস কৰিব পাৰিলেহে ভগৱানক লাভ কৰিব পৰা যায়। জেলালুদ্দিন ৰুমিয়ে এই কথাটোকে এটি সুন্দৰ প্ৰেমৰ চিত্ৰৰ সহায়ত প্ৰকাশ কৰিছে। প্ৰেমিকে প্ৰেমাস্পদৰ দুৱাৰত গৈ মাজনিশা টুকুৰিয়াই দিয়াত ভিতৰৰ পৰা প্ৰশ্ন আহিল—"কোন?" বাহিৰৰ পৰা উত্তৰ দিলে, "মই"। "তেনেহলে উভতি যোৱা। ইয়াত 'তুমি' আৰু 'মই'ৰ স্থান নাই"—ভিতৰৰপৰা অহা প্ৰত্যুত্তৰ। কিছু সময়ৰ পাছত দুৱাৰত পুনৰ টোকৰ পৰিল। এইবাৰ আগৰ দৰেই প্ৰশ্ন হল—"কোন?" উত্তৰ হয়—"তুমি"। "তেনেহলে সোমাই আহা"—ভিতৰৰপৰা সাদৰ আহ্বান আহিল।

চুফী কৱিসকলে লিখা হিন্দী প্ৰেমাখ্যানসমূহত লৌকিক নায়ক-নায়িকাৰ পাৰস্পৰিক প্ৰেমৰ আকৰ্ষণৰ চিত্ৰৰ সহায়ত ভগৱৎ-আসক্তি আৰু আধ্যাত্মিক বিৰহ-মিলন বুজাবলৈ চেষ্টা কৰিছে। উদাহৰণ স্বৰূপে মালিক মহম্মদ জায়সী পদ্মাৱৎ কাব্যত চিতোৰ মনুষ্য শৰীৰ, সিংহল হৃদয়, নায়িকা পদ্মাৱতী জ্ঞানস্বৰূপ বা পৰামাত্মা, ৰত্নসেন মন, নাগমতী প্ৰপঞ্চ, ৰাঘৱ শয়তান আৰু আল্লাউদ্দিন মায়াৰ প্ৰতীক।

চুফীসকলে ঈশ্বৰক প্ৰেমিকা বা প্ৰেমাস্পদ ৰূপে জ্ঞান কৰাৰ বিপৰীতে কোনো কোনো সাধক বা সাধিকাই ঈশ্বৰক পতি বা স্বামীৰূপে কল্পনা কৰা দেখা যায়। মহিলা আলৱাৰ আণ্ডালৰ আৰু মীৰাৰ গীতসমূহত ভগৱানক স্বামী বা পতিৰূপে চিত্ৰিত কৰিছে।

অসমীয়া পুৰণি বৈষ্ণৱ সাহিত্যত গোপীসকলৰ লগত কৃষ্ণৰ ৰাসলীলা আধ্যাত্মিক লীলা বুলি বহুত পণ্ডিতে কয়। কৃষ্ণই পৰমাত্মা আৰু গোপীসকল জীৱ। জীৱ পৰমাত্মাৰ মিলন প্ৰয়াসী।

ৰাসমণ্ডল সৃষ্টি-চক্ৰৰ প্ৰতীক। জীৱৰূপী গোপীসকলক লৈ পৰমাত্মাৰূপী কৃষ্ণই সৃষ্টি-চক্ৰত নিতৌ ক্ৰীড়া কৰিব লাগিছে। কৱিয়ে ইয়াত লৌকিক প্ৰেমৰ আঁহিত গোপীসকলৰ অলৌকিক প্ৰেম ব্যক্ত কৰিছে।

আকৌ কেতিয়াবা 'স্বকীয় প্ৰেম' বা বৈবাহিক দাম্পত্য প্ৰেমৰ যোগেদিও জীৱ ঈশ্বৰৰ লীলা আৰু ভক্ত ভগৱানৰ পাৰস্পৰিক আকৰ্ষণ ইঙ্গিত কৰা দেখা যায়। কৃষ্ণ-ৰুক্মিণীৰ প্ৰেম এই শ্ৰেণীৰ। ৰুক্মিণীয়ে কৃষ্ণক প্ৰকৃত মানব বুলি স্বামী বৰণ কৰা নাই। তিনিলোকৰ ঈশ্বৰ, সুৰাসুৰ-বন্দিত পুৰুষোত্তম বুলিহে স্বামীভাব কৰি আত্ম-সমৰ্পণ কৰিছে। তুলসীদাসৰ ৰাম-সীতা বা অসমীয়া ৰঘুনাথ মহন্তৰ ৰাম-সীতাৰ দাম্পত্য প্ৰেম এই কাৰণেই অলৌকিক যে কৱিৰ দৃষ্টিত ৰাম নৰৰূপী পূৰ্ণব্ৰহ্ম, সীতা লক্ষ্মী বা ঐশীশক্তিৰ মানবী বিগ্ৰহ।

প্ৰাচীন সাহিত্যত একশ্ৰেণীৰ কাব্য আৰু কবিতা আছে—এই বোৰত নায়ক-নায়িকাৰ নামকেইটাৰ বাহিৰে অলৌকিক প্ৰেমৰ কোনো আভাস বা ইঙ্গিত পোৱা নাযায়। বিদ্যাপতিৰ ৰাধাকৃষ্ণ বিষয়ক গীতসমুহ আৰু জয়দেৱৰ গীত-গোবিন্দ ভাৰতীয় সাহিত্যৰ প্ৰেম-কবিতাৰ উৎকৃষ্ট নিদৰ্শন। এই দুয়োজনা কৱিৰ প্ৰেমৰ বৰ্ণনাত ৰাধাকৃষ্ণ চিৰন্তন প্ৰেমিক-প্ৰেমিকাৰ প্ৰতিভূ। তেওঁলোক অবিমিশ্ৰ প্ৰেমৰ কৱি, জীৱনৰ মূলীভূত শক্তি প্ৰেমৰ কৱি। ইয়াত অলৌকিকতাৰ কোনো অভিব্যঞ্জনা নাই। কিন্তু ৰাধা-কৃষ্ণৰ নাম দুটা সংযোগ হোৱাৰ কাৰণেই বহুতো সমালোচকে আৰু বৈষ্ণৱ ভক্তই জয়দেৱ আৰু বিদ্যাপতিৰ ৰাধাকৃষ্ণৰ প্ৰেম বৰ্ণনাক সাধাৰণ লৌকিক প্ৰেমকথা বুলি গ্ৰহণ কৰিব নোখোজে। কৱিৰ বৰ্ণনা-ৰীতি যেনেই নহওক ভক্তৰ দৃষ্টিত ৰাধাকৃষ্ণৰ প্ৰেমত লৌকিকতা নাই; প্ৰেম কৃষ্ণৰ লীলা মাত্ৰ। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰে গীত-গোবিন্দ সম্পৰ্কে মন্তব্য দিছিল যে উক্ত কাব্যত 'গীত' আছে সন্দেহ নাই, কিন্তু 'গোবিন্দ' আছে নে নাই

সিহে সন্দেহৰ বিষয়। বিদ্যাপতিৰ সম্পৰ্কেও একে মন্তব্যকে কৰিব পাৰি।

সাহিত্যত লৌকিক প্ৰেমৰ প্ৰকাশ সাধাৰণতে দুই প্ৰকাৰে হোৱা দেখা যায়—আদৰ্শ ৰূপত আৰু সাধাৰণ ৰূপত। কালিদাসৰ 'অভিজ্ঞান শকুন্তলা'ৰ প্ৰেম দেহজ স্তৰত আৰম্ভ হৈ আদৰ্শাত্মক স্তৰলৈ ৰূপান্তৰিত হৈছে। ভৱভূতিৰ উত্তৰ-চৰিত'ত ৰামসীতা সম্পূৰ্ণ ই মানৱ; তেওঁলোকৰ দাম্পত্য প্ৰেমৰ যি কৰুণ চিত্ৰ নাটকত চিত্ৰিত কৰিছে সেই প্ৰেম আদৰ্শাত্মক লৌকিক প্ৰেম। কিন্তু 'মালবিকাগ্নি-মিত্ৰম' নাইবা ভাসৰ 'অৱিমাৰক'ত নায়ক-নায়িকাৰ আকৰ্ষণৰ অন্তৰালত ৰূপৰ মোহত সৃষ্টি হোৱা যৌন আকৰ্ষণেই প্ৰধান। ভৱভূতিৰ 'মালতী-মাধব' সাধাৰণ লৌকিক প্ৰেমৰ নিদৰ্শন।

সাধাৰণ লৌকিক প্ৰেমকেই আমি আকৌ দুই ভাৱে প্ৰকাশ হোৱা দেখা পাওঁ; এবিধ শিক্ষিত পণ্ডিত কৱিসকলৰ লেখনীত ৰূপ লোৱা বিচিত্ৰ লাহ-বিলাহ, আবেগ-অনুভূতিৰ মধুৰ বৰ্ণনাৰে পৰিপূৰ্ণ নাগৰিক প্ৰেম আৰু আনবিধ চহা-কৱিৰ স্বতঃস্ফুৰ্ত্ত সৃষ্টিকামী যৌন আৱেদনৰ প্ৰকাশ; ই যৌন বুভুক্ষাৰ মুক্ত, সৰল আৰু সবল পৰিস্ফুৰণ। পৰিমাৰ্জিত সাহিত্যৰ প্ৰেমৰ প্ৰকাশৰ দৰেই জনগীতৰ প্ৰেম কল্পনাবিহাৰী নহয় আৰু অনুভূতি প্ৰকাশতো থেওকালি নাই।

ৰামধেনুৰ দৰে লৌকিক প্ৰেমৰ বৰ্ণবৈচিত্ৰ্য সৃষ্টি কৰি প্ৰাচীন কালৰপৰাই বহুতো প্ৰেম-কাব্য প্ৰেম-গীতি ৰচিত হৈছে। অসমীয়াৰ বিহুগীতসমূহ যেনেকৈ প্ৰত্যেকটোৱেই একোটা স্বয়ংসম্পূৰ্ণ প্ৰেমভাৱৰ প্ৰকাশক, তেনেকৈ সংস্কৃতত প্ৰেমবিষয়ক কোষ-কাব্য কিছুমান পোৱা যায়। খৃষ্টীয় প্ৰথম শতিকা মানৰ সাতবাহন ৰজা হালৰ 'গাথা সপ্তশতী' এখন প্ৰাকৃত ভাষাত লেখা প্ৰেমৰ বিচিত্ৰ ৰাগ, অনুভূতি, অৱস্থা, আকৰ্ষণ, বিকৰ্ষণ আদি বৰ্ণনা কৰা সাতশ শ্লোকৰ কোষ-কাব্য। কালিদাসৰ 'শৃঙ্গাৰ তিলক', 'শৃঙ্গাৰাষ্টক', অমৰু কৱিৰ 'অমৰু-শতক',

ভর্ত্তৃহৰিৰ 'শৃঙ্গাৰ-শতক' আদি কোষ-কাব্যত দেহজ প্ৰেমৰ লাহ-বিলাহ, ৰমণী-ৰূপৰ মোহময়ী আবেষ্টনী, সম্ভোগৰ আনন্দ, প্ৰথম সমাগমৰ অভিনৱ আনন্দ, বিৰহৰ দুখ, প্ৰণয়ৰ ঈৰ্ষা, মান-অভিমান, কৃত্ৰিম ক্ৰোধ এই সকলোবোৰৰ সুন্দৰ বিৱৰণ পোৱা যায়। এইবোৰ কাব্যত প্ৰেমিক-প্ৰেমিকাৰ সম্পৰ্কটো কেৱল যে ইন্দ্ৰিয় বুভুক্ষাৰ পৰিণাম বুলিয়েই দেখুৱাব খুজিছে এনে নহয় বৰং যুৱক-যুৱতীৰ যৌন সম্পৰ্কটো এটা কলাত্মক বিনোদৰূপে চিত্ৰিত কৰা হৈছে। প্ৰত্যেক ব্যক্তিৰে ৰুচিৰ পাৰ্থক্য আছে যদিও, আদিৰসৰ আবেদন অধিক প্ৰভাৱশীল আৰু ব্যাপক। সেইকাৰণেই ধৰ্ম্মমূলক কাব্যও আদিৰসেৰে সিক্ত কৰা হৈছিল। শঙ্কৰদেৱে 'ৰাসক্ৰীড়া' ৰচনা প্ৰসঙ্গত লেখিছে—

"শৃঙ্গাৰৰসে যাৰ আছে ৰতি,
আকে শুনি হৌক নিৰ্ম্মল মতি।"

প্ৰাচীন ভাৰতীয় সাহিত্যৰ প্ৰেম চিত্ৰনত বাৎসায়নৰ 'কামসূত্ৰ'ৰ অশেষ প্ৰভাৱ দেখা যায়। কামসূত্ৰত পূৰ্ব্বৰাগ, মিলন, বিৰহ, সম্ভোগ, অভিসাৰ আৰু প্ৰেমিক প্ৰেমিকাৰ বিভিন্ন অবস্থাত যি বিভ্ৰম-বিলাস, হাৱ-ভাৱ আদি মানসিক বিকাৰৰ কথা বৰ্ণনা কৰা হৈছে, প্ৰাচীন ভাৰতীয় কাব্যই তাকেই অনুসৰণ কৰিছে। আদৰ্শ গৃহী বা সংসাৰী হবৰ কাৰণে কামসূত্ৰৰ জ্ঞান অপৰিহাৰ্য্যৰূপে গণ্য কৰা হৈছিল। আজি-কালি ছাত্ৰই যৌন-বিষয়ক পুথি যেনেকৈ লুকাই চুৰকৈ পঢ়ে, প্ৰাচীনকালত তেনে নাছিল। পঞ্চতন্ত্ৰৰ বিষ্ণুশৰ্ম্মাই অমৰশক্তি ৰজাৰ মূৰ্খ লৰা কেইটা পঢ়াবলৈ লওঁতে সাধাৰণ ছাত্ৰৰ পাঠ্যক্ৰমৰ এটা আভাস দিছে—তাৰ ভিতৰত ব্যাকৰণ, ধৰ্ম্মশাস্ত্ৰ, অৰ্থশাস্ত্ৰ আৰু বাৎসায়ণৰ কামশাস্ত্ৰৰ উল্লেখ আছে। দিগ্বিজয়ী সন্ন্যাসী শঙ্কৰাচাৰ্য্যই মণ্ডন মিশ্ৰৰ পত্নী অভিনৱ ভাৰতীৰ লগত তৰ্ক কৰিবলৈ লৈ শেষত যেতিয়া অভিনৱ ভাৰতীয়ে কামশাস্ত্ৰৰ দৃষ্টিভঙ্গীৰপৰা তৰ্ক উত্থাপন

কৰিলে, তেতিয়া সন্ন্যাসী শঙ্কৰাচাৰ্য্যই এবছৰ সময় বিচাৰি কামশাস্ত্ৰ অধ্যয়ন কৰিব লগাত পৰিছিল।

কাম চাৰি পুৰুষাৰ্থৰ অন্যতম হোৱাৰ হেতু বৈধীভাৱে কাম চৰিতাৰ্থ কৰা জীৱনৰ অন্যতম কৰ্ত্তব্য বুলি প্ৰাচীন যুগত গণ্য কৰা হৈছিল। আনকি অৱস্থা বিশেষে যৌন সম্ভোগ নকৰিলে বা বিৰত থাকিলে মহাপাতক বুলিয়েই ধৰা হৈছিল (যেনে পত্নীৰ ঋতু ৰক্ষা কৰা)। সৃষ্টি প্ৰক্ৰিয়াৰ উপায় স্বৰূপ নৰ-নাৰীৰ মিলনক প্ৰাচীন ভাৰতীয় সকলে ঘৃণাৰ চকুৰে নেচাইছিল, আৰু খৃষ্টান দৃষ্টিভঙ্গীৰে দেহটোকো অপৱিত্ৰ বস্তু বুলি গণ্য কৰা নহৈছিল। এই কাৰণেই তেওঁলোকে সাহিত্যত নৰ-নাৰীৰ প্ৰেমৰ বাস্তৱ বৰ্ণনা দিবলৈ কুণ্ঠিত নহৈছিল। ৰমণী ৰূপৰ নখ-শিখা বৰ্ণনা ভাৰতীয় কৱিসকলৰ কাব্যৰ অপৰিহাৰ্য্য অঙ্গ হৈ পৰিছিল। প্ৰাচীন ভাৰতীয় দৃষ্টিত যৌন প্ৰক্ৰিয়া, নৰনাৰীৰ মিলন আৰু নাৰীৰ দেহৰ প্ৰতি পুৰুষৰ স্পৃহাক স্বাভাৱিক কথা বুলি ভাবি লৈছিল। সেই কাৰণেই প্ৰাচীন সাহিত্যত যাক আজি-কালি অশ্লীল বুলি হেয় ভাব কৰা হয় তেনে বৰ্ণনাক সহজভাৱে গ্ৰহণ কৰিব পাৰিছিল। এই কাৰণেই শঙ্কৰদেৱে হৰমোহনত নাইবা ৰাসক্ৰীড়াত তেনে বিৱৰণ দিবলৈ কুণ্ঠিত নহৈছিল। বৈষ্ণৱ কৱি অনন্তকন্দলীয়ে কুমৰহৰণ কাব্যত উষা অনিৰুদ্ধৰ ৰতিক্ৰিয়া মুকলিভাৱে বৰ্ণনা কৰিছে; ৰামসৰস্বতীয়ে জয়দেৱ কাব্যত ৰাধাকৃষ্ণৰ সুৰতি ক্ৰিয়াৰ বিশদ বৰ্ণনা অকুণ্ঠভাৱে দিছে। মধুমালতীতো তাৰ ব্যতিক্ৰম ঘটা নাই।

সংস্কৃত আলঙ্কাৰিকসকলে শৃঙ্গাৰ ৰসক আদিৰসো বুলিছে। দৰাচলতে এই ৰসেই সকলো ৰসৰে মূল আৰু প্ৰধান আৰু এই কাৰণেই তেওঁলোকে আদিৰসৰ উপাদান সমূহৰ পুংখানুপুংখ বিচাৰ বিশ্লেষণ কৰিছে। নায়কৰ শ্ৰেণীভেদে (যেনে শঠ, দক্ষিণ, ধৃষ্ট, অনুকুল ইত্যাদি) নায়িকাৰ প্ৰকাৰ ভেদে (স্বীয়া, পৰকীয়া) আৰু

অৱস্থাভেদে ( বাসকসজ্জা, প্ৰোষিত-ভৰ্ত্তৃকা, বিৰহোৎকণ্ঠিতা, স্বাধীন-ভৰ্ত্তৃকা, কলহান্তৰিতা, বিপ্ৰলব্ধা, খণ্ডিতা, অভিসাৰিকা ইত্যাদি ) প্ৰেমিক হৃদয়ৰ বৈচিত্ৰ্যময় প্ৰকাশ, মানসিক অৱস্থান্তৰ বা বিকাৰ আদি যেনে ভাৱে বিশ্লেষণ কৰিছে আন ৰসৰ তেনে বিশদ আলোচনা নাই। প্ৰাচীন অসমীয়া কাব্যত প্ৰেমৰ অভিব্যক্তিও বহু পৰিমাণে সংস্কৃত সাহিত্যৰ পৰম্পৰা অনুসৃত।

**প্ৰণয় কাব্যৰ কাহিনী-কলা:** নাৰীৰ ৰূপ বৰ্ণনা কৰোঁতে অসমীয়া প্ৰাচীন কাব্যত যিবোৰ উপমান ব্যৱহাৰ কৰা দেখা যায় সেই সকলোবোৰ সংস্কৃত সাহিত্যৰ পৰা গ্ৰহণ কৰা হৈছে। মুখ, চকু, ভ্ৰূ, নাক, কাণ, কপাল, চুলি, গ্ৰীৱা, স্তন, হৃদয়, কঁকাল, উৰু, নিতম্ব, জঘন, জঙ্ঘা, জানু, চৰণ, নখ এই সকলো অঙ্গৰ ( বিশেষকৈ নাৰীৰ ) যিবোৰ উপমান প্ৰয়োগ কৰিছে সেই সকলোবোৰ সংস্কৃত কৱিসকলৰ ৰচনাৰ পৰাই সংগ্ৰহ কৰা। নায়ক-নায়িকাৰ প্ৰেমৰ উন্মেষত এই নখ-শিখা বৰ্ণনাই প্ৰাচীন কাব্যত বিশেষ অংশ গ্ৰহণ কৰে। নায়কে নায়িকাক প্ৰত্যক্ষ নকৰাকৈয়ে বহু ক্ষেত্ৰত ভাট, ভিক্ষুক, দেশান্তৰী নাইবা দূত বা দূতীৰপৰা শাৰীৰিক সৌন্দৰ্য্যৰ নখ-শিখা বৰ্ণনা শুনিয়েই প্ৰেমত আপ্লুত হোৱা দেখা যায়। ৰুক্মিণীহৰণ কাব্যত কৃষ্ণই ভাটৰ মুখত ৰুক্মিণীৰ বৰ্ণনা শুনি প্ৰেমাকৃষ্ট হোৱাৰ বিৱৰণ আছে।

ৰূপ আৰু গুণ শ্ৰৱণৰ বাহিৰে অন্য উপায়েৰেও নায়ক-নায়িকাৰ অন্তৰত প্ৰণয়ৰ উন্মেষ কৰোৱা হয়। চিত্ৰ দৰ্শন, স্বপ্ন দৰ্শন আৰু স্থান বিশেষে প্ৰত্যক্ষ দৰ্শনৰ ফলত পূৰ্ব্বৰাগৰ সৃষ্টি হোৱাৰ বহুতো উদাহৰণ পুৰণি কাব্যত সিঁচৰতি হৈ আছে। নায়কক নায়িকাৰ লগত মিলন ঘটোৱাত দূতী, সখী, সন্ন্যাসিনী, মালিনী, ধাত্ৰী আদিৰ সততে সহায় লোৱা হয়। উষা অনিৰুদ্ধৰ প্ৰণয়ত সখী চিত্ৰলেখা, মনোহৰ মালতীৰ প্ৰেমত প্ৰেমা আৰু বুঢ়ী মালিনী, চাহাপৰী আখ্যানত ধাই, ফুলকোঁৱৰ গীতত দিজাই মালিনীৰ নাম এই প্ৰসঙ্গত উল্লেখ কৰিব

পাৰি। সংস্কৃত কাব্য নাটত পৰিব্ৰাজিকা, সহচৰী, ধাত্ৰী আদিৰ প্ৰয়োগ আছে।

প্ৰণয়ৰ দুখান্তক পৰিণতি নাইবা প্ৰতিদানহীন প্ৰণয় পুৰণি অসমীয়া সাহিত্যত বিশেষ দেখা নাযায়। প্ৰণয়ৰ পথত কণ্টক স্বৰূপে থিয় দিয়া ধূৰ্ত্ত বা শঠ চৰিত্ৰৰ প্ৰয়োগ নথকা নহয়, কিন্তু শেষ পৰিণতি সদায়ে সুখাবহ দেখুৱা হয়। একমুখী প্ৰেম অৰ্থাৎ এজনৰ প্ৰেমৰ প্ৰতি আন জনৰ উদাসীনতা নাই। কৃষ্ণ-ৰুক্মিণী, উষা-অনিৰুদ্ধ, মাধৱ-সুলোচনা, মনোহৰ-মালতী, মালিকজাদা-চাহাপৰী, দুষ্মন্ত-শকুন্তলা, চন্দ্ৰকেতু কামবালা—এই সকলোবোৰ পুৰণি অসমীয়া কাব্যৰ নায়ক নায়িকাৰ প্ৰণয় আদান-প্ৰদানৰ ভেটিত স্থাপিত।

প্ৰায়ে দেখা যায় যে প্ৰেমিকাক লাভ কৰিবলৈ নায়ক হয় কোনো শাৰীৰিক শক্তিৰ পৰীক্ষা, নহয় কোনো মানসিক দৃঢ়তাসূচক পৰীক্ষাত উত্তীৰ্ণ হব লগাত পৰে। আন কথাত প্ৰেমিকা সহজলভ্যা নহয়। ৰুক্মিণীহৰণ কাব্যত কৃষ্ণই শিশুপাল আদি ৰজাসকলৰ বিৰুদ্ধে যুঁজ কৰি ৰুক্মিণীক লাভ কৰিছিল। অনিৰুদ্ধই বাণৰ পোতাশালত বন্দী হৈ কাল কটাব লগাত পৰিছিল। দুষ্মন্তই আত্মগ্লানি আৰু অনুশোচনাৰ দ্বাৰা অন্তৰ পৰিশুদ্ধ কৰিছিল। মনোহৰ আৰু মালিক-জাদা মধুমালতী আৰু মৃগাৱতীক লাভ কৰিবলৈ সক্ষম হৈছিল অশেষ দুখ-কষ্ট আপদ বিপদ অতিক্ৰম কৰিহে।

প্ৰাচীন প্ৰেম-কাহিনীত নায়ক নায়িকা সাধাৰণতে অভিজাত শ্ৰেণীৰ; ৰাজকুমাৰ ৰাজকুমাৰীৰ প্ৰণয় দেখুৱা প্ৰধান উদ্দেশ্য। নায়িকা ৰাজকুমাৰী নহৈ কেতিয়াবা অপ্সৰা বা পৰী হোৱাও দেখা যায়। কিন্তু লোক-গীতত সাধাৰণ শ্ৰেণীৰ নায়ক বা নায়িকায়ো স্থান নোপোৱা নহয়। বিহুগীতৰ প্ৰেম ৰজাঘৰীয়া প্ৰেম নহয়, চহা খেতিয়কৰ প্ৰেম।

নায়ক নায়িকাৰ পূৰ্ব্বৰাগ, বিৰহ আৰু মিলনৰ মাদকতা বা

তীব্ৰতা বৃদ্ধি কৰাত প্ৰকৃতিক উদ্দীপন বিভাৱৰূপে চিত্ৰিত কৰা সাহিত্যিক ৰীতি সংস্কৃত সাহিত্যৰপৰা আৰম্ভ কৰি বিভিন্ন মধ্যযুগীয় প্ৰান্তীয় সাহিত্য-সমূহলৈকে প্ৰচলিত হোৱা দেখা যায়। পীতাম্বৰ কৱিৰ 'উষা পৰিণয়'ত, শঙ্কৰদেৱৰ 'হৰমোহন'ত কবিৰাজ চক্ৰৱৰ্ত্তীৰ 'শকুন্তলা' কাব্যত আৰু অন্যান্য কৱিৰ প্ৰণয়াত্মক কাব্যতো প্ৰকৃতিয়ে প্ৰণয়ৰ পটভূমি আৰু উদ্দীপক ৰূপে বিশেষ অংশ গ্ৰহণ কৰিছে। প্ৰকৃতিৰ এনে মনোহৰ আবেষ্টনীতে মনোহৰ কোঁৱৰৰ আৰু প্ৰেমাৰ প্ৰণয়ৰ উন্মেষ হয়।

**মধুমালতীৰ কাব্য বিচাৰ:** বৈষ্ণৱ কাব্যৰ ৰীতিত মধুমালতী ৰচনা কৰা হৈছে; অৱশ্যে এই কাব্য ভক্তি-প্ৰধান কাব্য নহয়। অধ্যায়ৰ শেষত গতানুগতিক ভাৱেই হৰিনামৰ মাহাত্ম্য আৰু কৱিৰ কাকুতিপূৰ্ণ পদ সংযোজিত হৈছে যদিও কথা-বস্তুৰ প্ৰকাশ-ৰীতিত লৌকিকতাইহে প্ৰাধান্য লাভ কৰিছে। এই প্ৰসঙ্গত মধুমালতীক আমি কৱিৰাজ চক্ৰৱৰ্ত্তীৰ শকুন্তলা কাব্য নাইবা পীতাম্বৰ কবিৰ উষা পৰিণয় কাব্যৰ প্ৰণয় প্ৰকাশ ভঙ্গীৰ লগত তুলনা কৰিব পাৰো। পীতাম্বৰ কবিৰ উষাই বিৰহত আক্ষেপ কৰাৰ দৰেই মধুমালতীয়েও মনোহৰ কোৱঁৰক আত্মসমৰ্পণ কৰি এইদৰে কৈছে—

যি নাৰীৰ স্বামী নাহি যুৱা কালে।
ধিক তাইৰ যৌৱন বয়স গৈল হেলে॥

ইয়াৰ পাছত কৱিয়ে নায়ক নায়িকাৰ যি সুৰতি শৃঙ্গাৰৰ বৰ্ণনা দিছে সি আধুনিক দৃষ্টিত অতিশয় নগ্ন আৰু অশ্লীল। উষা-অনিৰুদ্ধ আৰু দুষ্যন্ত-শকুন্তলা পুৰাণৰ চৰিত্ৰ; মনোহৰ-মালতী পুৰাণৰ চৰিত্ৰ নহয়। কিন্তু কৱিৰ দৃষ্টিত মনোহৰ-মালতী আৰু দুষ্যন্ত-শকুন্তলা একে পৰ্য্যায়ৰ চৰিত্ৰ; কাৰণ মনোহৰ-মালতীৰ কাহিনী লোমস ঋষিৰ মুখেদি ব্যক্ত হৈছে। পুৰাণত স্থান পোৱা হেতু দুষ্যন্ত-শকুন্তলা বা উষা-অনিৰুদ্ধই যদি পাঠকৰ শ্ৰদ্ধা লাভ কৰিব পাৰে তেন্তে

লোমস ঋষিৰ দ্বাৰা ব্যক্ত হোৱা মনোহৰ-মালতীৰ কাহিনীয়েও শ্ৰদ্ধা লাভ কৰিবলৈ সক্ষম নোহোৱাৰ কোনো কাৰণ নাই ; এয়ে হয়তো কৱিৰ মনৰ ভাব। কিন্তু কাব্যত কৱিয়ে ভক্তি বা ধৰ্ম্মমূলক কথালৈ মাজে মাজে একোটি উপকৰা দৃষ্টি নিক্ষেপ কৰিলেও নায়ক-নায়িকাৰ লৌকিক ভাৱ-ভঙ্গী, প্ৰণয়, বিৰহ, সম্ভোগ আদিৰ ফালেহে অধিক মনোনিবেশ কৰিছে। ধৰ্ম্ম বা ভক্তি ভাব সৃষ্টি কৰা কৱিৰ প্ৰধান উদ্দেশ্য নহয়, লৌকিক প্ৰেমৰ আকৰ্ষণীয় ৰূপ এটা চিত্ৰিত কৰাহে তেওঁৰ প্ৰধান উদ্দেশ্য। এই কাৰণে মধুমালতীক ধৰ্ম্মমূলক কাব্য নুবুলি লৌকিক প্ৰণয়-কাব্যহে বোলা সমীচীন হব।

মধুমালতীৰ ৰচনা-ভঙ্গীৰ ওপৰত পূৰ্ব্ববৰ্ত্তী বৰ্ণনা-ভঙ্গীৰ প্ৰভাৱ যথেষ্ট পৰিমাণে দেখা যায়। নায়িকাৰ ৰূপ বৰ্ণনাত, উপবন চিত্ৰ অঙ্কনত, বিৰহৰ মানসিক অৱস্থা আৰু বিলাপ বৰ্ণনাত, সম্ভোগত, চিত্ৰ ৰচনাত আৰু শব্দাৱলীৰ প্ৰয়োগত গতানুগতিক ৰীতি অনুসৰণ কৰিছে। এই বিষয়ত ঠাই অনুসৰি গতানুগতিক বৰ্ণনাৰ হ্ৰস্ব দীৰ্ঘতা ঘটিছে, কিন্তু অভিনৱত্ব বা মৌলিকতা নাই। উদাহৰণ স্বৰূপে মনোহৰ কোৱঁৰে দিব্য উপবনৰ মাজত প্ৰেমাক দেখা চিত্ৰটোৱে মহাপুৰুষ শঙ্কৰদেৱৰ হৰমোহনৰ দিব্য উপবনৰ মাজত মোহিনী ৰূপলৈ মনত পেলাই দিয়ে।

মধুমালতী কাব্য প্ৰাকৃত বা অপ্ৰাকৃত আৰু সম্ভব-অসম্ভৱ ঘটনা-ৱলীৰ সমাবেশ। অপ্সৰাৰ অলৌকিক কাৰ্য্য, ৰাক্ষস-দানৱৰ প্ৰাদুৰ্ভাব, ভয়াবহ সাগৰ যাত্ৰা, পশুপক্ষীৰ মানুহৰ দৰে ব্যৱহাৰ, অভিশাপৰ ফলত মানুহ পক্ষীত পৰিণত হোৱা আদি প্ৰাকৃত-অপ্ৰাকৃত ঘটনাৰ অদ্ভুত সংমিশ্ৰণ এই কাব্যত দেখা যায়। এই বিষয়ত সংস্কৃত কথা আৰু আখ্যায়িকাবোৰৰ লগত মধুমালতীৰ সাদৃশ্য মন কৰিবলগীয়া।

মধুমালতী ঘটনা-প্ৰধান কাব্য। মনোহৰ কোঁৱৰেই সকলো ঘটনাৰ উপলক্ষ্য যদিও তেওঁৰ চৰিত্ৰই দৰ্শকক আকৃষ্ট নকৰে ;

ঘটনাবৈচিত্র্যইহে বিস্ময় সৃষ্টি কৰে। প্ৰকৃত মানবীয় আবেদন এই কাব্যত কম।

মনোহৰ কোঁৱৰে প্ৰেমা আৰু মধুমালতী দুই গৰাকী যুৱতীক পত্নী ৰূপে গ্ৰহণ কৰা দেখুৱাই কৱিয়ে মনোহৰ কোঁৱৰৰ চৰিত্ৰৰ মৰ্য্যাদা আৰু প্ৰেমৰ একনিষ্ঠা কিছু হ্ৰাস কৰিছে বুলি অনুমান হয়। এনে কৰি প্ৰধান বা আধিকাৰিক আখ্যানৰ লগতে এটি প্ৰাসঙ্গিক আখ্যান বা উপবস্তু সৃষ্টি হোৱাৰ সম্ভাৱনাও নষ্ট কৰি দিয়া হল। মূল হিন্দী কাব্যত তাৰাচন্দ (তাৰাচন্দ্ৰ) আৰু প্ৰেমাৰ প্ৰেমাখ্যান লৈ এটি উপবস্তুৰো সৃষ্টি হৈছে।

কাব্যখন অষ্টাদশ শতিকাৰ শেষৰ ফালে ৰচনা কৰা যেন অনুমান হয়। ইয়াৰ ছন্দ সকলো ঠাইতে নিমজ আৰু সাৱলীল নহয়; ঠায়ে ঠায়ে ভাষাৰ আধুনিকতাই অতি স্পষ্টভাৱে আত্মপ্ৰকাশ কৰিছে। তথাপি অসমীয়া কাব্য-সাহিত্যৰ ইতিহাসত মৃগাৱতী চৰিত আৰু মধুমালতী কাব্যই এটি ক্ষীণ অথচ নতুন সুৰধ্বনিৰ সৃষ্টি কৰিছে।

শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱা
শ্ৰীসত্যেন্দ্ৰনাথ শৰ্ম্মা




# মধু-মালতী

**শ্ৰীকৃষ্ণায় নমঃ ॥**

**গণেশায় নমঃ ॥**

**পাৰ্ব্বতীনাথায় নমঃ ॥**

## পদ

জয় জয় কৃষ্ণ নাম পাপ অন্তকাৰী।
যাৰ নাম স্মৰণে সংসাৰ ভয় তৰি ॥
যাত পৰে নাহিকয় পুৰুষ উত্তম।
দেৱৰো দেৱতা হৰি তুমি আত্মা ৰাম ॥ ১ ॥
সমস্তে প্ৰাণীৰ ৰিদিগত তুমি দেঅ।
ব্ৰহ্মা আদি কৰিয়া প্ৰণামে সবে দেঅ ॥
যত বেদ বেদান্ত যে আগম নিগম।
অষ্টাদশ ভাৰতত অঠৰ পুৰাণ ॥ ২ ॥
তন্ত্ৰ যন্ত্ৰ মন্ত্ৰে যাৰ পদক ধিআই।
স্মৰণ মাত্ৰকে পাপীয়ো মোক্ষ পাই ॥
কাতৰ কৰিয়া মাগো সঙ্গ মহন্তৰ।
তোমাৰ চৰিত্ৰ গুণ শুনিবো বিস্তৰ ॥ ৩ ॥
জয়তি জগ-ঈশ্বৰি বাক্যে বাণী আই।
তোমাৰেসে কটাক্ষে দেহাত জ্ঞান পাই ॥
যত চৰাচৰ জীৱ জ্ঞানদাতা তুমি।
দেহে থাকি যিবা কৰা তাকে জীৱে কৰি ॥ ৪

হে মুক্তদাইনী মাৱ পতিতপাৱনী।
মোক কিছু দায়া কৰা হৃদয়বাসিনী॥
নানা লোকে কৰি কীৰ্ত্তনক আছে কৰি।
হৰি কীৰ্ত্তনেসে সবে সংসাৰক তাৰি॥ ৫ ॥
যেন সুৱৰ্ণৰ মাণ সূত্ৰত গান্থই।
প্ৰৱাল মিশ্ৰিত হৈলে প্ৰকাশিত হই॥
বিষ্ণু বৈষ্ণৱৰ কথা জান সেহি মত।
নিন্দা নকৰিবা সবে ধৰো চৰণত॥ ৬ ॥
যেন আজ্ঞা দিলে হৃদয়ত যদুৰাই।
তাহাঙ্কে কৰিতে শক্তি আমাসাৰ নাই॥
তথাপিতো মনে বাঞ্ছা আমাসাৰ ভৈল।
ইতিহাস পদ কিছু কৰিবে সাম্প্ৰত॥ ৭ ॥
অশুদ্ধ দেখিলে আত ক্ষমিতে যুৱাই।
নিন্দিয়া অজ্ঞানীৱো পৰম দুখ পাই॥
হেন জানি নিনিন্দিবা ধৰো চৰণত।
শুনিলে মাত্ৰকে তৰি বিপদ কালত॥ ৮ ॥
শুনিয়োক লোকসব মন ঠিক কৰি।
নৈমিষাৰণ্যত আছে, ঋষি সত্ৰ কৰি॥
মহা মহা ঋষিসব বহি একঠাই।
কৰন্ত চৰ্চ্চনা হৰি নামক সদাই॥ ৯ ॥
এহি মতে মুনিগণে আনন্দতে আছে।
আসিল লোমস ঋষি সেহি সমজ্যাকে॥
দেখি আথে বেথে দিল বসিতে আসন।
পাদ্য অৰ্ঘ্য দিয়া সবে আনন্দ বিধান॥ ১০ ॥
শ্ৰান্ত দূৰ কৰি মুনি আসনত বসি।
নানা আলাপিত কথা কহন্ত হৰিষি॥

সেহি সময়তে মুনিগণে যুথ (?) গাই।
প্রণিপাতে পুচে ঋষি লোমসক চাই॥ ১১॥
শুনা ব্ৰহ্মাঋষি দেৱ শুনিয়ো সাম্প্ৰত।
ব্ৰহ্মাৰ নিৰ্ম্মিত প্ৰাণী যত সংসাৰত॥
যি মতে লিখিত হয় বিধিৰ নিৰ্ম্মাণ।
তাক কি আচৰে নৰে কি ঘন্ট থান (?)॥ ১২
শুনিবাক ইচ্ছা ঋষি কয়ো বিদ্যমান।
শুনিয়া লোমস মুনি দিলন্ত সিদ্ধান্ত॥
ব্ৰহ্মাৰ নিৰ্ম্মিত জানা ইটো ত্ৰিজগত।
তাহাক খণ্ডিত কৰে জানাহা প্ৰত্যেক॥ ১৩॥
সৃষ্টিকৰ্ত্তা আজ্ঞা কাৰ লঙ্ঘিবাক পাৰে।
যেই মতে আজ্ঞা প্ৰাণী সেই মতে কৰে॥
শুনা মুনিসৱ পূৰ্ব্ব ইতিহাস কথা।
সূৰ্য্যবংশ আছিলেক সূৰ্য্যভানু ৰজা॥ ১৪॥
মহা ধৰ্ম্মশীল ৰাজা ইক্ষাকু কুমাৰ।
কনৌগিৰি নগৰত ভৈল অধিকাৰ॥
মহা দায়াশীল ৰাজা ধৰ্ম্মে তৎপৰ।
প্ৰাণী সবে মনোযোগ পিতৃ সমসৰ॥ ১৫॥
নিজ গুণে জ্ঞানী ৰাজা মহা বলবান।
পৃথিবীত কোনো নাই তাহাৰ সমান॥
দুষ্ট চোৰ নাহিকয় সিটো নগৰত।
নাহি হিংসাবাদ প্ৰাণী সব ধৰ্ম্ম ৰত॥ ১৬॥
ধৰ্ম্মক পালন্ত ৰাজা ৰাজ্য নিৰন্তৰ।
অযুত হাজাৰ গৈল ৰাজাৰ বৎসৰ॥
তথাপি নৃপতি অংশ নভৈল কুমাৰ।
কত শত যাগ যজ্ঞ দান অপ্ৰমিত॥ ১৭॥

কৰিলন্ত সূৰ্য্যভানু ভাৰ্য্যাএ সহিত।
তথাপি ৰাজাৰ জানা নভৈল তনয়॥
হেন মতে পুত্ৰ দুখে আছে মহাশয়॥ ১৮॥

শুনা পূৰ্ব্ব কথা আগে মুনি সমস্তয়।
একদিনা সূৰ্য্যভানু মন্ত্ৰীত কহয়॥
শুনিয়োক মন্ত্ৰীবৰ বচন আমাৰ।
বৃদ্ধ ভৈল পুত্ৰ আৰু নভৈল আমাৰ॥ ১৯॥

তথাপি পুত্ৰৰ আশা আছয় মনত।
ডাকিয়া আনিয়ো বিপ্ৰ দৈবজ্ঞ যতেক॥
ৰাজ আজ্ঞা পায়া পাত্ৰ শিঘ্ৰগামী কৰি।
দৈবজ্ঞ বিপ্ৰক মাতি আনিলা সাদৰি॥ ২০॥

বিপ্ৰগণ দেখি ৰাজা অৱনত কৰি।
পাদ্য অৰ্ঘ্য আচমনি দিলন্ত সাদৰি॥
বসিলন্ত দ্বিজগণ আশংসি ৰাজাক।
শীঘ্ৰে পুত্ৰ হৌক বুলি দিলে আশীৰ্ব্বাদ॥ ২১॥

হেন শুনি নৃপবৰ যুড়ি দুই কৰ।
পুত্ৰ দান দিয়া বুলি কৰন্ত কাতৰ॥
ৰাজাৰ ভক্তিত তুষ্ট বিপ্ৰগণ যত।
কহন্ত ৰাজাৰ প্ৰতি চাহিয়া জ্যোতিষ॥ ২২॥
নকৰিবা চিন্তা ৰাজা দিব পুত্ৰ বৰ।
কৰিয়োক শিৱ পূজা অৰণ্য ভিতৰ॥
শিৱ আৰাধনে হৈব তনয় সুন্দৰ।
হৈবেক পণ্ডিত সৰ্ব্বগুণে গুণাকৰ॥ ২৩॥

চাৰি বেদ চৈধ্য শাস্ত্ৰ সবাতো পাৰ্গত।
হৈবে তোমাসাৰ জন্ম বালক এমত॥

কিন্তু মহাৰাজা কথা মন কৰি শুনা।
তাত হন্তে বহু কষ্ট পাইবা আৰে জানা ॥ ২৪ ॥
বাহ্ণ ৰৰিষতে পৰদেশী যে হৈবেক।
বিচাৰি কহিলো শাস্ত্ৰ চাহিয়ো প্ৰত্যেক ॥
যত্নে অপেচৰা গণে হৰিয়া নিবেক।
আনন্দ কৰিয়া এক নাৰী দেখাইবেক ॥ ২৫ ॥
সপোনত ৰাত্ৰি দেখিবেক শয়নত।
কৰিবে সুৰতি সেহি নাৰীৰ লগত ॥
চেতন লভিয়া সেই কন্যাক নাপায়া।
কৰিয়া বিচাৰ তাইক ফুৰিবে খুজিয়া ॥ ২৬ ॥
হৈবে হেন কষ্ট ৰাজা সেহি কন্যা হন্তে।
যাইবেক ই দুখ ৰাজা তনয়ত হন্তে ॥
হেন শুনি নৃপে তাত আনন্দ পাইলা।
অলপ হাস্য কৰি দিয় সবাকে বুলিলা ॥ ২৭ ॥
যিহোক সিহোক মাত্ৰ দেখো পুত্ৰ মুখ।
পাছে যেহি লাগে যে মিলোক সেহি দুখ ॥
অপুত্ৰক নাম হেন গুচক আমাৰ ॥
হুয়োক তনয় আশীৰ্ব্বাদে তোমাসাৰ ॥ ২৮ ॥
এহি বুলি বহু বিত্তে অৰ্চ্চি তাসম্বাক।
গৈলা আভ্যন্তৰে ৰাজা বিসৰ্জ্জি সভাক ॥
জ্যোতিষীয়াগণে লভিলাহা বহু ধন।
আনন্দিত মনে গৈল আপুন ভবন ॥ ২৯ ॥
পাত্ৰ মন্ত্ৰী সকলো চলিলা নিজ থান।
ৰাজা পুত্ৰ পাইবা বুলি হৰষিত মন ॥
হেনয় আনন্দে সবে ঘৰা ঘৰি গৈলা।
ৰাজায়ো হৰিষ লভি নিজ স্থানে বৈলা ॥ ৩০ ॥

এহি মতে সূৰ্য্যভানু দিনা কতিপয়।
আছা ৰাজ্য প্ৰতি পালি আনন্দ ৰিদয়॥
লিখি আছে কাৰ্য্যে যাৰ ৰিধা হৈব গতি।
কদাচিতো ব্ৰেথা নোহে কহিবো সম্প্ৰতি॥ ৩১ ॥
পূৰ্ব্বত দৈবজ্ঞ যি কহিলে নৃপতিত।
সেহি কাৰ্য্য আসিআ মিলিল সন্নিহিত॥
মনতে বোলন্ত মই চলো অৰণ্যক।
পুত্ৰ কামে পূজো গৈয়া দেৱ শঙ্কৰক॥ ৩২ ॥
এহি বুলি নানা ৰাজা সম্ভাৰক লৈয়া।
পাত্ৰ পুৰোহিত সবে অৰণ্যক গৈয়া॥
নিৰ্ম্মিলা যতনে পূজা কৰিবাৰ স্থান।
মৃতিকা শঙ্কৰ থাপি কৰি বহু মান॥ ৩৩ ॥
গন্ধে পুষ্পে ধুপে দীপে কৰি বহু মান।
কৰিলা নৃপতি পূজা যতনে তথাই॥
অল্পতে সন্তুষ্ট তান্ত দেৱতা ঈশান।
পাৰ্ব্বতী সহিতে আসিলন্ত সেহি থান॥ ৩৪ ॥
দেখি সিটো ৰাজাৰ ভকতি আতিশয়।
বোলে বৰ লৈয়ো ৰাজা ভৈলোহো সদয়॥
পাছে সূৰ্য্যভানু ৰাজা দণ্ডৱতে পড়ি।
আনন্দে নেত্ৰৰ জল পড়য় নিগড়ি॥ ৩৫ ॥
আৰম্ভিলে স্তুতি নতি কৰি নম্ৰভাৱে।
নমো নমো শঙ্কৰ প্ৰণামো দুই পায়ে॥
নমো ভুতনাথ অনাথৰ নাথ স্বামী।
নমো সৰ্ব্ব সিদ্ধিদাতা অন্তকাৰী তুমি॥ ৩৬॥
নমো শূলধৰ নমো বৃষভবাহন।
নমো উমাপতি নমো মুকুতি দাঅন॥

ভস্ম বিভূষিত নমো দেৱবৰ।
নমো ফণিধৰ কটি তটে বাঘাম্বৰ ॥ ৩৭ ॥
নমো যোগেশ্বৰ গলে নৰ মুণ্ডমালী।
নমো অন্তকাৰী দেৱ মহা বলশালী ॥
কৰিলেক স্তুতি ৰাজা অতি নম্রভাৱে।
বাহুল্য নভৈল পদ লেখিবাৰ ভয়ে ॥ ৩৮ ॥
পাছে সূৰ্য্যভানু ৰাজা কৰযোড় কৰি।
যদি মোত সুপ্রসন্ন ভৈলা শূলধাৰী ॥
তযু্ চৰণত তবে কৰো নিবেদন।
দিয়ো বৰ হোক এক তনয় শোভন ॥ ৩৯ ॥
আত পৰে প্রভু কিছু নমাগোহো আন।
হোক জন্মে জন্মে তযু চৰণত থান ॥
জলৰ পিণ্ডৰ আশা ৰহোক আমাৰ।
শুনি হৰে বোলে হোক বাঞ্চিত তোমাৰ ॥ ৪০ ॥
হৈবে বংশধৰ পুত্র তোমাৰ সম্প্রতি।
কিন্তু তাত হন্তে দুখ পাইবা মহামতি ॥
এহি বুলি শঙ্কৰ গৈলন্ত নিজ থানে।
ৰাজায়ো বৈলন্ত পাছে আপোন ভৱনে ॥ ৪১ ॥
এহি মতে কতো দিন আছে মহা ৰাই।
ভৈল পুত্র জাত যথা বিধিৰ লিখন ॥
চয় ভাৰ্য্যা মধ্যে মুক্ষ প্রিয়া মহামতী।
পৰম সুন্দৰী ৰূপে গুণে অনিন্দিতী ॥ ৪২ ॥
আনো বিচক্ষণী নাৰীগণ মধ্যে সাৰ।
ভৈলা গৰ্ভৱতী তেহে ঔৰষে ৰাজাৰ ॥
হৰিষিতে মহিপাল দেখিয়া ভাৰ্য্যাক।
অৱশ্যে জানিলো মনে হৈবেক বালক ॥ ৪৩ ॥

কহিছে দৈবজ্ঞ পূৰ্ব্বে জ্যোতিষক চাই।
শুনিছো তাহান মুখে আমি সমুদাই॥
নিচয়ে জানিলো হৈবে তনয় আমাৰ।
এহি বুলি ৰাজা ৰঙ্গ কৰয় অপাৰ॥ ৪৪॥
এহি মতে ভাবি থাকা ৰজনী-দিৱস।
মহিষীৰো ভৈল মাসে দশযে পূৰস॥
শুভ লগ্ন শুভ তিথি উত্তম নৈক্ষেত্ৰ।
জন্মিলন্ত মনোহৰ সেই সময়ত॥ ৪৫॥
আতি সুকোমল সিটো বালক সুন্দৰ।
যেন পূৰ্ণিমাৰ চন্দ্ৰ জলে কলেবৰ॥
কান্দিবে লাগিলা আতি তুঞা তুঞা কৰি।
দেখি কন্যাগণে আসি ধৰিলা সাদৰি॥ ৪৬॥
সুৱৰ্ণ দাৱৰে আনি কৰাইলন্ত স্নান।
অসংখ্য সুৱৰ্ণ ব্ৰাহ্মণক দিলা দান॥
পাচে শুভ ক্ষণে দেখিলন্ত পুত্ৰ মুখ।
ধন পাই দৰিদ্ৰৰ হৰে যেন দুখ॥ ৪৭॥
পুত্ৰ লভি নৃপতি ভৈলন্ত হৰষিত।
সপোনৰ বস্তু যেন পাইলা সচেতত॥
আনাইল অনেক নটী-নট শত গণ।
নাচে গৈয়া ধীৰে সবে আনন্দিত মন॥ ৪৮॥
বাজায়ে অনেক ঢাক ঢোল শঙ্খ ভেৰি।
মৃদঙ্গ গোমুখ তাল কাহালি মহৰি॥
ধুমুচি খুমুচি কৰতাল ৰামতাল।
বীণা বংশী ৰুদ্ৰকবিলাস যত ভাল॥ ৪৯॥
সাৰন্দাৰ আদি যন্ত্ৰ নানা মতে বাই।
চিৰিঙ্কিৰি বিৰাজা পুত্ৰ শনি ঠাই ঠাই (?)॥

পঢ়য় চপয় আসি অসংখ্যাত ভাটে।
অপূর্ব্ব নাচনে নাচে অসংখ্যাত নটে॥ ৫০ ॥
অনেক ব্রাহ্মণ সবে দেই আশীর্ব্বাদ।
চিৰঞ্জীৱ ৰাজ পুত্র সুহিব প্রমাদ॥
আনো অসংখ্যাত লোকে কৰে জয় জয়।
শুভ শুভ কুমৰ যে হুয়োক নিশ্চয়॥ ৫১ ॥
তনয়ৰ অর্থে ৰাজা কৰি বহু মান।
হয় হস্তী ৰজত সুবর্ণ দিলা দান॥
গো-ভূমি উর্চ্চগিলা অসংখ্য দ্বিজক।
দুখী ভিখী দেশান্তৰি পূজিলা সবাক॥ ৫২ ॥
অনন্তৰে সূর্য্যভানু নৃপতি তিলক।
দৈবজ্ঞ ব্রাহ্মণগণ অনাইলা অনেক॥
যত জাতকর্ম্ম কৰাইলন্ত তনয়ৰ।
দ্বিজগণে বোলে শুনিয়োক নৰেশ্বৰ॥ ৫৩ ॥
মহাৰাজা হৈবে এহি পৃথিবী মণ্ডলে।
যাক ৰাজা সম সুহিবেক মহীতলে॥
মহা দানী মানী আতিশয় ক্ষমাৱন্ত।
পৰম মহন্ত হৈব শাস্ত্রত পার্গত॥ ৫৪ ॥
নাম মনোহৰ আৰ হৈবেক প্রক্ষাত।
শুনিয়ো নৃপতি আবে কহিলো প্রত্যেক॥
কিন্তু পূর্ণ দ্বাদশ যে বৰিষ হৈবেক।
সেহি বেলা যত্ন কৰি লাগে ৰাখিবেক॥ ৫৫ ॥
ৰক্ষা কৰিবাক নোৱাৰিলে নৰেশ্বৰ।
অলপ বৰিষতে যে হৈবেক দেশান্তৰ॥
এহি বুলি দ্বিজগণ ঘৰাঘৰি গৈলা।
পৰম আনন্দে ৰাজা নিজ ঘৰে ৰৈলা॥ ৫৬ ॥

শিশুক দেখিয়া ৰাজা কৌতুহল মনে।
পৰম আনন্দে চান্ত পুত্ৰৰ বদনে॥
এহি মতে কুমাৰে বাঢ়ন্ত সুশোভন।
পৰম সুন্দৰ শিশু আতি বিতোপন॥ ৫৭ ॥
কেতিক্ষণে যুবা আজি হোএ মনোহৰ।
নৃপতিৰ মনৰ চিন্তিত নিৰন্তৰ॥
ৰাজ্য প্ৰতি পালিবাক হৈবেক সামৰ্থ।
ভৈল বৃদ্ধ ভোগত পূৰিল মনোৰথ॥ ৫৮ ॥
এবে হৰি ভকতিক লাগে আচৰিত।
নকৰে শোভন আৰ বিয়াকুল চিত॥
এহিমতে গুণি ৰাজা থাকে অভ্যন্তৰ।
কুমাৰৰ ভৈলো আসি দ্বাদশ বৎসৰ॥ ৫৯।
এক দিনা পাত্ৰ মন্ত্ৰী সমস্তকো আনি।
সংকেতে পুছিলা ৰাজা ইসব কাহিনী॥
শুনি মন্ত্ৰীগণ সবে হৰষিত ভৈলা।
জয় জয় শবদে উঠলিয়া গৈলা॥ ৬০ ॥
সাৰ্থক বুলিলা ৰাজা ইসব যুগুতি।
শুভ ক্ষণে আঙ্ক আবে পাতিয়ো নৃপতি॥
হেন শুনি ৰাজা আতি ভৈল ৰঙ্গ মন।
পাত্ৰ সকলক চাই বুলিলা বচন॥ ৬১ ॥
হাটী বাটী নগৰি কৰিয়ো জাতিস্কাৰ।
ঝান্তে মিলায়ক অভিষেকৰ সম্ভাৰ॥
দেশে দেশে ৰাজাগণ অনায়ো সত্তৰ।
ঢাক ঢোল মৃদঙ্গ বজায়ো নিৰন্তৰ॥ ৬২ ॥
অসংক্ষ্যাতে নটী নট জাণ্টে মিলায়োক।
বিশিষ্ট ব্ৰাহ্মণে মঙ্গল উচ্চৰোক॥

এতেকেতে নৃপতিৰ পৰিল মমত।
পূৰ্ব্বে কহি আছে দৈৱজ্ঞগণে যত॥ ৬৩॥
দ্বাদশ বৎসৰ পূৰ্ণ যেহি দিনা হয়।
অপেস্বৰাগণে আহি হৰিবে নিশ্চয়॥
কালি পূৰ্ণ হৈবে সেহি দ্বাদশ বৎসৰ।
ৰাতৃ দিনে ৰখিবাক লাগে নিৰন্তৰ॥ ৬৪॥
শুনা পাত্র-মন্ত্রীগণ কহো অভিপ্ৰায়।
কুমাৰক যত্নে ৰক্ষা কৰিতে লাগয়॥
কালি যেবে ৰাত্রি দিনে ৰাখিবাক পাৰ।
তেবেসে মিলাইবা অভিষেকৰ সম্ভাৰ॥ ৬৫॥
কিন্তু নট নটীগণ আজি অনায়োক।
গাই-বাই সবেযোক জাগি ৰাখিয়োক॥
আনন্দতে কুমৰ থাকোক তাক চাই।
দিনে ৰাত্রি কালি যেন নিদ্রাক নাযাই॥ ৬৬॥
যদি নিদ্রা যাই তেবে দেখিবে সপোন।
কদাচিত নাহিকয় ৰক্ষাৰ কাৰণ॥
নিদ্রা গৈলে অপেস্বৰাগণ দেখিবেক।
তেতিক্ষণে কুমৰক নিবেক প্ৰত্যেক॥ ৬৭॥
হেন জানি তুমি সব হুয়া চপকৰে।
ৰাত্রি দিনে ৰাখিয়া থাকিয়ো নিৰন্তৰে॥
শুনিলেক মন্ত্রীগণে ৰাজাৰ বচন।
তেতিক্ষণে অনাইলেক নট-নটীগণ॥ ৬৮॥
নগৰৰ যত লোকে সবাতো জনাইল॥
কুমাৰক বেঢ়ি সবে গাইবে বাইবে লৈল॥
বাৰে ধাকে ঢোল কাংস বীণা বেৰি বেৰি
মৃদঙ্গ গোমুখ তাল কাহালী মহাৰি॥ ৬৯॥

ৰামতাল কৰতাল কাহালি মহৰি।
শিঙা শংখে ঘণ্টা আৰু বজায় খিৰিচি॥
চাৰন্দাৰ বায়ে, বায়ে ৰুদ্ৰক-বিলাস।
অনেক কপটি কৰি নানান বিলাস॥ ৭০ ॥
নাচে চেৰে চেৰে নটী কৰি ভঙ্গি ভাৱ।
অসংখ্যাত ভাটে স্তুতি কৰে নানা ভাৱ॥
জয় হৰি জয় হৰি ঘোষে নিৰন্তৰ।
নশুনিয়া কাৰ মাত সভাৰ ভিতৰ॥ ৭১ ॥
আনো নানা বাদ্য ভণ্ড বজাইল যতেক।
বাহুল্যক দৰে নকহিলো সিসৱক॥
পদাতি সকলে হাতে অস্ত্ৰ শস্ত্ৰ ধৰি।
গৃহৰ চৌপাশে সবে ভৈলেক প্ৰহৰী॥ ৭২ ॥
সিটো নিশা গোট যেবে গৈল এহিমতে।
অনন্তৰে ভৈল আসি ৰজনী প্ৰভাত॥
উঠিয়া নৃপতি তেবে কৰিলন্ত স্নান।
দেৱ দ্বিজ পিতৃক তৰ্পিয়া দিলা দান॥ ৭৩ ॥
কুমৰে কৰিয়া স্নান পাচে বিধিমতে।
অলঙ্কাৰে মণ্ডি আসি বসিলা সভাত॥
নট নটীগণে গীতে গাইবে লৈল।
পৰম আনন্দে মহামহোৎসব ভৈল॥ ৭৪ ॥
নগৰৰ নৰ-নাৰী সৱে নিৰন্তৰে।
কাচিপাৰি পুনু পশিলেক ৰাজ ঘৰে॥
এহি মতে যেবে সিটো দিন গোট গৈল।
কমল বনৰ বন্ধু অস্তগত ভৈল॥ ৭৫ ॥
অনন্তৰে নিশা আসি ভৈল উপস্থিত।
কুমৰৰ আগে সবে গাইবে লৈল গীত॥

অনেক সুৰস গায়ে বায়ে চাই চাই।
সৰ্ব্বক্ষণে জয় হৰি নাম উচাৰয় ॥ ৭৬ ॥
হেনঅ সভাৰ মাজে ৰাজাৰ কুমাৰ।
আছন্ত সভাত বসি কান্তি মনোহৰ ॥
তৃতীয় প্ৰহৰ নিশি এহি মতে গৈল।
প্ৰহৰেক নিশি মাত্ৰ উপস্থিত ভৈল ॥ ৭৭ ॥
আছে পূৰ্ব্ব কৰ্ম্ম তাক বাধিতে নপাৰি।
গাই বাই লোকে সবে গৈলেক ভাগৰি ॥
নিদ্ৰাত পড়িল, কিচো সন্ধুক্ষণ ভৈল।
গীত তাল এড়ি সবে নিশবদে ৰৈল ॥ ৭৮ ॥
হেন সময়ত পাচে কুমৰ মনোহৰ।
কিঞ্চিতেক নিদ্ৰা গৈল শয্যাৰে উপৰ ॥
ৰাজ পুত্ৰে স্বপ্ন হেন দেখি মাত্ৰ গৈল।
চাৰি অপেস্বৰা আসি তান কাষে ৰৈল ॥ ৭৯ ॥
দেখয় মদন সম সুৰতি সুন্দৰ।
নিদ্ৰা কৰি আছে স্বৰ্ণ খাটৰ উপৰ ॥
ৰমণীমোহন ৰূপ ত্ৰিভুৱনে সাৰ।
হাসো হাসো কৰে মুখ অতি সুকুমাৰ ॥ ৮০ ॥
শূন্যে সখি সব থাকে সম আছে কোন।
পৰম সুন্দৰ দেহা কামিনীমোহন ॥
পূৰ্ণচন্দ্ৰ জ্বলে যেন সুন্দৰ বদন।
তিল ফুল সম নাসা ইটো বিতোপন ॥ ৮১ ॥
দশন দাড়িম্ব পান্তি ভ্ৰূৱ কামচাপ।
দৰশনে মদনৰো হৰে তিনি তাপ ॥
কম্বুকণ্ঠ মনোহৰ চিবুক সুন্দৰ।
কৰিকৰ সম উৰু ৰাতুল অধৰ ॥ ৮২ ।

কেশৰী জিনিয়া কটি উৰু ৰামকল।
তপ্ত সুৱৰ্ণৰ কান্তি দেহা সুকোমল॥
সাক্ষাতে তবধ যিবা যেহি অঙ্গে চাই।
ত্রিভুবনে আক উপমাক দিতে নাই॥ ৮৩॥
আৰ জনী বোলে সখী বুলিলি উচিত।
তাক সম ৰূপৱন্ত নপাইবা কহিত॥
কিন্তু এক কথা বোলো শুনা মন কৰি।
নামত অনুপা এক আছয নগৰী॥ ৮৪॥
হাটী বাটী নগৰী পদুলি সুশোভন।
সব্বকালে সুখী তাৰ যত প্রজাগণ॥
বিক্রম নৃপতি আছে সেহি নগৰত।
মহা দানী মানী প্রজা পালে পুত্রৱত॥ ৮৫॥
তাহান কুমাৰী এক সতী ৰূপৱতী।
ত্রিজগতে সাৰ নাম মধু যে মালতি॥
কুমাৰ সহিতে সেহি নাৰী হৱে তুল।
বিচাৰি নপাইলে আৰু পৃথিবী মণ্ডল॥ ৮৬॥
সমান বযস দেহা সমান বৰণ।
সমান পণ্ডিত কিচো নুহিকয় হীন।
আৰ জনী বোলে সখি কহিলি প্রমাণ।
কুমৰে সহিতে দুইকো কৰো এক থান॥ ৮৭॥
তান সঙ্গে মনোহৰ কুমৰক নিযা।
যাইবোহো প্রত্যয় তেবে একত্র কৰিয়া॥
কোন ৰূপে গুণহীন শ্রেষ্ঠ হোএ কোন।
কিমান বয়স তাৰ কান্তি সোশোভন॥ ৮৮॥
এহি বুলি খাটে সমে নিলে মাযা কৰি।
নিমিষেক ঠেকিলেক অনুপা নগৰি॥

যি খানত আছে মধু মালতিৰ ঘৰ।
কুমৰক থৈল নিয়া তাহাৰ ভিতৰ॥ ৮৯॥
শুতি আছে সুবৰ্ণৰ খাটে মহাসতী।
ভুবনমোহনী নাৰী আতি ৰূপৱতী॥
কুমৰক থৈলা নিয়া সমে তাৰ পাশে।
দুহানো কান্তিয়ে গৃহে অধিক প্ৰকাশে॥ ৯০॥
যেন দুই গোটা সূৰ্য্য জ্বলে একে ঠানে।
সেহি থানে দুহাঙ্কো দেখয় বিদ্যমানে॥
নিৰেখিয়া চাৰি সখি এক পাশে আছে।
মনোহৰ কুমাৰে চেতন পাইলা পাছে॥ ৯১॥
নয়ন মেলিয়া চাইল কিছু নেদেখয়।
কাৰ বা উয়াৰি ঘৰ কৈত বা আছয়।
নাহিকয় বাদ্য ভাণ্ড সবে নিশবদ।
নোহে আপুনাৰ ঘৰ নাহি সভাসদ॥ ৯২॥
মনত বোলয় কৈত আছো কেন কৰি।
ইটো কাৰ কন্যা আনিলেক কোনে হৰি॥
জানিলো নোহয় ইটো আপুনাৰ ঘৰ।
এহি বুলি চতুষ্পাশে চাই মনোহৰ॥ ৯৩॥
পাশতে দেখয় আছে সুবৰ্ণ খাটত।
পৰম সুন্দৰী কন্যা বয়স যুৱত॥
নবীন যৌবনী বালা কান্তি সুশোভিত।
পূৰ্ণ চন্দ্ৰ সম মুখ ভুৱন মোহিত॥ ৯৪॥
দেখিয়া কুমৰে কামে জৰ্জ্জৰিত ভৈল।
শয্যাৰ নামিয়া পাচে লাসে লাসে গৈল॥
মধুমালতীৰ খাটে বসিলন্ত গৈয়া।
অপেস্বৰাগণে চাহি আছয় ৰহিয়া॥ ৯৫॥

হৃদয়ৰ মাজে হাত লাস কৰি দিল।
তেতিক্ষণে সুন্দৰীয়ো চেতন লভিল॥
চক্ষু মেলি দেখে কাষে পুৰুষ অদ্ভুত।
থাপিত কৰিছে হস্ত হৃদয মধ্যত॥ ৯৬॥
মদন মূৰুতি দেহা অধিকে সুহাই।
দেখি মধুমালতীৰ থিৰ নোহে কাই॥
কুমৰৰ ৰূপে তাইৰ ভৈল যেনে চিত।
ভৈলন্ত ব্যাকুল আতি কামে জৰ্জ্জৰিত॥ ৯৭॥
পিড়িল মদন শৰে নসহে শৰীৰ।
বসিযা শয্যাত মাতিলন্ত ধীৰে ধীৰ॥
চন্দ্ৰমা বদনী দেবী স্ত্ৰী মধ্যে সাৰ।
সুললিত ভাষয ৰসেৰে নাহি পাৰ॥ ৯৮॥
পুছিলন্ত নাৰী আতি মধুৰ বচন।
এমন সুন্দৰ তুমি কাহাৰ নন্দন॥
কহিযো আপুনি তযু নামক গোঁসাই।
কাহাৰ শকতি আসিবেক ইটো ঠাই॥ ৯৯॥
প্ৰবন্ধ কৰিয়া পিতৃ সজাইলেক ঘৰ।
চতুৰ্ভিতি বেঢ়ি আছে গড ভযঙ্কৰ॥
পৰম শকত থান আতি বিপৰীত।
মনুষ্যৰ শক্তি নাহি ইহাৰ লঙ্ঘিত॥ ১০০॥
কিবা সুৰপতি তুমি পাতালৰ নাগ।
কিবা মৃত্যু কিবা কাল কয়ো মহাভাগ॥
কিবা ৰাক্ষসৰ মাযা কিবা নৰ কায়া।
কিবা দেৱ ঋষি কিবা দানবৰ মায়া॥ ১০১॥
অনঙ্গ লজ্জিত ৰূপে ৰমণী মোহিত।
মৃণাল সদৃশ বাহু-যুগল বলিত॥

পূৰ্ণিমাৰ চন্দ্ৰ সম বদন সুন্দৰ।
নয়ন কমল পাসি আতি মনোহৰ॥ ১০২॥
তিল ফুল সম নাসা অধৰ ৰাতুল।
বহল হৃদয় জিহ্বা যাক নাহি তুল॥
কেশৰী জিনিয়া কটী মুখে মন্দ হাসি।
সুন্দৰ দশনছয় আছয় প্ৰকাশি॥ ১০৩॥
কহিয়ো সুন্দৰ তুমি কাহাৰ কুমৰ।
কিবা কাৰ্য্যে ইঠানক আসিলা সুন্দৰ॥
হেলা পৰিহৰি প্ৰভু জান্তে কহিয়োক।
মিছা নকহিবা যদি দায়া আছে মোক॥ ১০৪॥
আৰু এক কথা কহো শুনা প্ৰাণনাথ।
দেখি তয়ু ৰূপ মোৰ অগ্নি লাগে গাত॥
মদনে দহয়ে দেহা থিৰ নোহে মন।
নাহি শ্ৰুতি বুদ্ধি যেন হৰিল চেতন॥ ১০৫॥
শুনিয়া কুমৰে হেন বুলিলন্ত বাক।
যি সব পুছিলা আমি কহিবো তোমাক॥
কদাচিতো মিছা নকহিবো প্ৰাণেশ্বৰী।
স্বৰূপ বচন শুনিয়োক মন কৰি॥ ১০৬॥
কনৌগিৰি পুৰ আতি উত্তম নগৰ।
ভৈল ৰঘু বংশী সূৰ্য্যভানু নৃপবৰ॥
জগত প্ৰখ্যাত ৰাজাগণ মধ্যে সাৰ।
নামে মনোহৰ আমি তাহানে কুমাৰ॥ ১০৭॥
যিমতে ইঠায়ে তোৰ আসিলো সুন্দৰি।
তাৰ কথা কহো আবে শুনা মনে কৰি॥
কহিলে দৈৱজ্ঞগণে আগত বাপৰ।
যেহি দিনা পূৰ্ণ হয়ে ত্ৰাত্ৰিয় বৎসৰ॥ ১০৮॥

সেহি ৰাতৃ দিনা লাগে যত্নে ৰাখিবাক।
নিদ্রা গৈলে দেশান্তৰী হৈবেক প্রত্যেক॥
পূর্ণ হৈল সেহি জানি দ্বাদশ বৎসৰ।
অনিদ্রায়ে ৰাখিলেক সভাৰ ভিতৰ॥ ১০৯॥
যতেক আচয় নটী নট সমুদাই।
মোহোক বেটিয়া সৱে থাকে নাচে গাই॥
ঢাক ঢোল শব্দে পূৰয় দিশ পাস।
সুশুনিয়া মাত বোল প্রজাৰ আটাসে॥ ১১০॥
হেন মতে ৰক্ষা কৰি আছে নিৰন্তৰ।
খানিক আছিল নিদ্রা ঘৰৰ ভিতৰ॥
এতেকতে কিঞ্চিতেক দেখিলো সপোন।
পৰম সুন্দৰী দেৱে কন্যা চাৰি জন॥ ১১১॥
শাৰী হুয়া ৰহিলেক মোহোৰ কাষত।
এতেকতে আছো দেখো তোমাৰ গৃহত॥
কিবা মায়া কৰি থৈল ইঠাইত আনি।
কিমতে আসিলো এথা নির্ণ্ণয় নাজানি॥ ১১২॥
পূর্ণ চন্দ্র সমে তোৰ দেখিয়া বদন।
সর্ব্ব ক্ষণে মোক পিড়া কৰয় মদন॥ ১১৩॥

## দুলড়ী

কুমাৰ বদতি শুনিয়ো সুন্দৰী
তোৰ ৰূপ বিতোপন।
পদ্ম পাসি সম নয়ন যুগল
নাসা তিল ফুল যেন॥

মদনৰ ধনু জিনি জলে ভ্ৰূৱ
কৰ্ণত ৰত্ন কুণ্ডল।
চামৰকো জিনি শোভৈ কেশ বেণী
তিলকে জ্বলে কপোল ॥ ১১৪ ॥
ৰাতুল অধৰ দন্ত নিৰমল
যেন দাড়িম্বৰ পান্তি।
চিবুক সুন্দৰ শোভে ৰুচিকৰ
মুখ চন্দ্ৰ কৰে কান্তি ॥
মৃণাল সদৃশ তোৰ বাহু দুই
দেখিতে আতি সুন্দৰ।
জিনি তাল ফল কঠিন যে স্তন
কম্বুকণ্ঠ মনোহৰ ॥ ১১৫ ॥
অশ্বথৰ পত্ৰ জিনিয়া উদৰ
নাভি গঞ্জে সৰোবৰ।
হৰৰ ডম্বৰু জিনি কৃশ কটী
বলিত জঙ্ঘা সুন্দৰ ॥
ৰাম কদলিৰ সম উৰু যুগ
নখ জ্বলে পদ্ম কোষ।
ৰত্নৰ নুপুৰে কৰি আছা লাস
শুনন্তে মিলে সন্তোষ ॥ ১১৬ ॥
তোমাৰ ৰূপক কতেক বৰ্ণাইবো
কামে ভৈলো আতি ভোল।
কাহাৰ নন্দিনী কোন কুলে জাত
সত্য কৰি বোলা বোল ॥
কোনোবা নগৰ তোৰ কিবা নাম
কহিয়ো মোত বুজাই।

তোমাৰ অমৃত সমান বচন
শুনিবাক ইচ্ছা যাই ॥ ১১৭ ॥
কুমৰৰ বাণী শুনিয়া সুন্দৰী
দিলা হাসি সন্নিধান।
সুৰপুৰি সম আতি মনোৰম
অনুপা নামে প্ৰধান ॥
নগৰীৰ গুণ কতেক কহিবো
মোৰ মুখে নিৰন্তৰ।
বিক্ৰম নৃপতি নামে মোৰ পিতা
ভৈল এহি নগৰৰ ॥ ১১৮ ॥
তাহান নন্দনী আতি সুলক্ষণী
জানিবাহা তুমি মোক।
মধু যে মালতী ভৈল মোৰ নাম
বিদিত সকলে লোক ॥
শুনিয়া তেখনে কুমাৰ বুলিল
অমৃত সম বচন।
দেহ আলিঙ্গন বিলম্ব নকৰ
দগধ কৰে মদন ॥ ১১৯ ॥
সুন্দৰ বদনে কৰিয়া চুম্বন
কামানলে জুড়ায়োক।
মৃণাল সদৃশ বাহু দুই মেলি
আলিঙ্গি ধৰিয়ো মোক ॥
নসহে পৰাণ দেহ প্ৰাণ দান
কাম সমুদ্ৰত তুলি।
তোৰ ৰূপ দেখি নপাৰো ৰহিতে
মদনে মাৰে সমূলি ॥ ১২০ ॥

অনেক মিনতি বুলিলা কুমাৰে
নকৈলো বাহুল্য দৰে।
ৰাম ৰাম বুলি সদায়ে ঘুষিয়ো
সমাজিক যত নৰে ॥ ১২১ ॥

পদ

কুমৰৰ বাণী শুনি নিতোপন।
আনন্দেতে মাতিয়া যে বুলিলা বচন ॥
নকৰা বিলম্ব জান্তে কৰিয়োক ৰতি।
তযু সঙ্গে শৃঙ্গাৰ বিলাস মোৰ মতি ॥ ১২২ ॥
পৰম সঙ্কট স্থান গোপ্য দেৱতাৰ।
ইহাক লঙ্ঘিতে প্ৰভু ভয় আছে কাৰ ॥
এহি বুলি সুৰতিক আৰম্ভিলা তয়।
তিলে তিলে শৃঙ্গাৰ কৰিলা মহাশয় ॥ ১২৩ ॥
কোলাত তুলিয়া গন্ধ চন্দনক লৈয়া।
হৃদয়ত ধৰিয়া কাঞ্চুলি উদাসিয়া ॥
খসায়া বসন নিৰেখয় গোপ্য অঙ্গ।
উৰু নাভি অঙ্গনত লাগিল অনঙ্গ ॥ ১২৪ ॥
নখ ৰেখা অনেক কৰিলা পয়োধৰে।
ঘনে ঘনে যৌৱন ভাণ্ডাৰ লুট কৰে ॥
খনে উৰু দুই বাহু উপৰ তুলিয়া।
অৰ্দ্ধ উদৰত অঙ্গ থাকয় ঘষিয়া ॥ ১২৫ ॥
খনে এক পিণ্ড হুয়া বান্ধি ভুজ পাশে।
অধৰ কমল মধু পিয়য় আয়াসে ॥
ৰতি ৰস পিয়া সতী পাছে কতো বেলি।
কুমৰক ধৰিয়া কৰয় নানা কেলি ॥ ১২৬ ॥

কনক কটোৰ কুচ কুমকুমে লেপিয়া।
দৃঢ় কৰিয়া হৃদয়ত পিন্ধয় হাসিয়া॥
নিৰ্ম্মল বদন কমল দুইৰো আতি।
দন্ত ঘাৱে ৰুধিৰ ফুটয় পান্তি পান্তি॥ ১২৭॥
খসিল কুণ্ডল ছিণ্ডিলেক সাতসৰি।
আউল ভৈল কেশ যে মালতী গৈল পৰি॥
দূৰ ভৈল অঞ্জন ঘৰ্ম্মিল সৱে অঙ্গ।
নানান শৃঙ্গাৰে শান্ত কৰিলা অনঙ্গ॥ ১২৮॥
এহি মতে দুইহান্তৰ পূৰ ভৈল মন।
ৰতি অৱসানে বসিলন্ত দুই জন॥
মধুৰ বচনে বুলিলন্ত বৰ নাৰী।
শুনা প্ৰাণনাথ কৰো চৰণে গুচৰি॥ ১২৯॥
পূৰব জন্মত তপ কৰিছো বিস্তৰ।
তাতে সে কিঙ্কৰী ভৈলো তযু চৰণৰ॥
তযু নিজ দাসী কৰি লয়ো প্ৰাণ ধন।
তুমি বিতিৰেকে মোৰ নাৰহে জীৱন॥ ১৩০॥
নেদেখি তোমাক তিল নেপাৰো ৰহিত।
নৰহয় বন্ধু মোৰ প্ৰাণ শৰীৰত॥
যি নাৰীৰ স্বামী নাহি যুৱা কালে।
ধিক তাইৰ যৌৱন বয়স গৈল হেলে॥ ১৩১॥
যেন এক গৃহ ধন ধান্য বিতোপন।
তাম্ৰ কাংস ঘৃত মধু ৰজত স্ুবৰ্ণ॥
যিবা যেহি বাঞ্ছা কৰে তাতে সবে পাই।
সুন্দৰ ভৱন উপমাক দিতে নাই॥ ১৩২॥
নাহিকে মনুষ্য তাত নকৰে শোভন।
স্বামী বিতিৰেকে তাইৰ নিস্ফল জীৱন॥

এতেকতে প্ৰভু নকৰিবা পৰিত্যাগ।
পূৰ্ব্বৰ ভাগ্যেসে তোমাসাক পাইলো লাগ॥ ১৩৩॥
এহি বুলি সতী কুমৰৰ হাতে ধৰি।
সোলকাইলে এক সুবৰ্ণ আঙ্গুৰি॥
কৰিয়া চুম্বন হাতে পিন্ধিলন্ত তুষ্টি।
কুমৰক দিলা এক সুবৰ্ণ আঙ্গুষ্টি॥ ১৩৪॥
দুহানেযো আঙ্গুষ্ঠি দুযো কৰিলা পিন্ধন।
কৰ্পূৰ তাম্বুল কৰে সঘনে ভোজন॥
আনো নানা মতে সেৱা কৰিলন্ত তয়।
নকৰিলো পদ আৰ বাত্সল্যক ভয়॥ ১৩৫॥
এহি মতে পুনু একে স্থানে দুয়োজন।
সুৱৰ্ণ খাটত ৰঙ্গে কৰিলা শয়ন॥
গৈল আতি নিদ্ৰা ৰতিৰঙ্গে ভাগৰিয়া।
অপেস্বৰগণে পুনু বোলয় হাসিয়া॥ ১৩৬॥
দেখিলো আনন্দ দুইৰো পূৰ ভৈল মন।
কুমৰক নিয়ো আসা আপুন ভবন॥
খাটে সমে পুনৰপি থয়ো নিজ থানে।
সভা মাজে যেন নজানয় আন জনে॥ ১৩৭॥
ইঠানত নেনি যদি থৱো কুমাৰক।
পিচে এহি শোকে বাপ মায় মৰিবেক॥
এহি বুলি খাটে সমে লৈয়া কুমৰক।
নিমিষেকে ঠেকিলেক কনৌজ পূৰক॥ ১৩৮॥
পুনৰপি চাৰি সখি থৈলা সেহি থানে।
ইকথা সবক নজানিলা আন জনে॥
নজানিলা কুমৰেও ইসব কাৰণ।
চক্ষু মেলি আছে দেখে আপুন ভবন॥ ১৩৯॥

আবৰি আছয় সর্ব্বলোক নিৰন্তৰে।
পূর্ব্বৰীতে আছে সেহি সভাৰ ভিতৰে॥
মনত বোলয় কিবা দেখোহো সপোন।
কিবা সচেতত পাইলো কন্যা দৰিশন॥ ১৪০ ॥
কিবা দৈত্য দানৱ দেখাইলে মায়া কৰি।
এনয় অদ্ভুত যাক বুজিতে নপাৰি॥
দেখে আঙ্গুলিত আছে আঙ্গুষ্ঠি সোণাৰ।
পৰম বিস্ময় ভৈল ৰাজাৰ কুমাৰ॥ ১৪১ ॥
মনত বোলয় ইটো নুহিকে সপোন।
সচেতেসে পাইলো সিটো কন্যা দৰিশন॥
কেনমতে পাইবো সেই নাৰীৰ সঙ্গক।
দহে কাম ৰাখিবাক নপাৰো মনক॥ ১৪২ ॥
অসুখ অশান্তি চিত্ত উগুল থুগুল।
ঘনে ঘনে ঝমক দেখয় কামানল॥
এহি মতে মনোহৰ বিৰহে দহয়।
অনন্তৰে ৰাতৃ গুচি সূর্য্যৰ উদয়॥ ১৪৩ ॥
দশোদিশ প্রসন্ন গুচিল অন্ধকাৰ।
বসন্ত কোকিলে নাদ কৰয় অপাৰ॥
ফুলিল কমল বন পথ সৰোবৰ।
সদায় আৰাৱে তাত কৰে মধুকৰ॥ ১৪৪ ॥
ৰজনী বিদূৰ জানি উঠি নৃপবৰ।
দেখয় তনয় আছে সভাৰ ভিতৰ॥
তেখনে নৃপতি তুলি কোলাত লৈলেক।
আনন্দিত মহীপাল দেখিয়া পুত্রক॥ ১৪৫ ॥
নিচ্চয়ে এড়াইল আজি স্থান সঙ্কটৰ।
আবেসে কামনা মোৰ সিজিল মনৰ॥

শুনা পাত্ৰগণ পুত্ৰ লভিলো আজিসি।
ঢাক ঢোল শব্দক কৰিয়ো হৰিষি ॥ ১৪৬ ॥
শুনি পাত্ৰমন্ত্ৰীগণ হুয়ো সচকিত।
গোৱাইল ৰোআইল পঞ্চ শব্দ পূৰ্ব্বৱত ॥
পূৰ্ব্বৱতে নটীনট কৰে বাদ্যভাণ্ড।
আনন্দতে সৱে কৰে যত বাদ্য ভণ্ড ॥ ১৪৭ ॥
বিধিৱতে নৃপতিও কৰিলান্ত স্নান।
ৰজত স্বৱৰ্ণ গোধন দিলা দান ॥
দুখী ভিখী সবাহাঙ্কে তুষিলা নিশেষে।
জয় জয় শব্দ শুনিয়া দশোদিশে ॥ ১৪৮ ॥
আত অনন্তৰে শুনা ভৈল যেন কথা।
মনোহৰ কুমৰৰ যি ভৈল অৱস্থা ॥
স্মৰি কন্যাক দেহা দহে শোকানলে।
ঢলো পৰো কৰি ফুৰে যেহেন বাতুলে ॥ ১৪৯ ॥
হা হা মধুমালতী ডাকয় ঘনে ঘন।
কৈত আছা প্ৰাণেশ্বৰী দিয়া দৰিশন ॥
নেদেখি তোমাক মোৰ নাৰহে জীৱন।
কৰোহোঁ কাতৰ বাক্যে দেহ সন্নিধান ॥ ১৫০ ॥
মোৰ শোক-শেলে হেৰা লাগে বধ তোৰ।
কৈক গৈলা আবে তই নিৰ্দ্দয়া নিষ্ঠুৰ ॥
সুচান্দ বদনে মোক কৰিয়ো চুম্বন।
জুৰায়োক শৰীৰ বাক্যে দেহ আলিঙ্গন ॥ ১৫১ ॥
হা হা মধুমালতী বোলন্তে ফাটে হিয়া।
কৰন্ত ক্ৰন্দন আতি দীৰ্ঘ ৰাৱ দিয়া ॥
ফুৰা সভা মাজে অতি বাতুল যেমত।
নাহিকয় লজ্জা পিতৃ মাতৃৰ আগত ॥ ১৫২ ॥

ভাবিতে ভাবিতে মন লাগিল খিয়ান।
সাবটি ধৰয় বৃক্ষে ধৰি কন্যা হেন॥
কৈক যাস প্ৰাণেশ্বৰী পাইলো লাগ তোৰ।
জল স্থল নেদেখয় এহি বুলি ফুৰে॥ ১৫৩॥
পড়ে ঢাত ঢাত উঠি নাহিকয় জ্ঞান।
দেখিযা বিস্ময ভৈল ৰাজা সূৰ্য্যভান॥
হাহা কি কৰিলো আবে বুৰিল সমূলি।
হৃদয় থাকুৰে আঞ্চোলত মাৰে গুৰি॥ ১৫৪॥
কত জন্ম ফলে বৃদ্ধ কালে পাইলো তোক।
বিধিৰ কপটে ডুনাই বিডম্বিলে মোক॥
নেদেখোহো তোৰ শৰীৰত কিছু জ্ঞানে।
অৱশ্যে তেৰ্জিবি মোক জানো অনুমানে॥ ১৫৫॥
পূৰ্ব্বত দৈবজ্ঞগণে যি কহিলে মোক।
আবেসে নিশেষে কৰি ঘটিল সমস্ত॥
এহি বুলি নৃপতিযো শোকাকুল হুই।
নিঢালে পড়িল পৃথিবীত অধো মুই॥ ১৫৬॥
ৰাজপত্নীসব পুত্ৰ মুখ চাই চাই।
কৰন্ত ক্ৰন্দন কাৰো শ্ৰুতি জ্ঞান নাই॥
পাত্ৰ মন্ত্ৰীগণে কান্দে বেৰি নৃপতিক।
কৰিবে লাগিলা উৰ্দ্মি সবে সমাজিক॥ ১৫৭॥
হাহা কিনো ভৈল সূৰ্য্যভানু নৰেশ্বৰ।
ইমত অৱস্থা ভৈল তোমাৰ পুত্ৰৰ॥
এহি বুলি পাত্ৰগণ হুয়া সন্ধুক্ষণ।
সবে মিলি নৃপতিক কৰাইলা চেতন॥ ১৫৮॥
সন্ধুক্ষণে হুয়া পাছে ৰাজা কতোক্ষণে।
শ্ৰুতি পাই বসিলেক আপুন আসনে॥

হাহা পুত্র বুলি পাচে নিশ্বাস তেজিল।
ভৃঙ্গাৰৰ জলে পাচে মুখ পাখালিল॥ ১৫৯॥
সন্তাপ তেজিয়া ৰাজা কিচো সুস্থ ভৈলা।
অনন্তৰে দিবাকৰ অস্তাঙ্গত ভৈলা॥
পাত্র মন্ত্রী সনে কুমৰক সূর্য্যভান।
চতুষ্পার্শে বেৰি সবে আছয় যতন॥ ১৬০॥
তেখনে মধ্যৰ পৰা উঠি মনোহৰ।
পাইলো বান্ধৈ বুলি ভিড়ি দিলেক লৱৰ॥
তেতিক্ষণে পাত্রগণে আনিল ধৰিয়া।
সৱে মিলি বেৰি থৈল প্রৱন্ধ কৰিয়া॥ ১৬১॥
এহি মতে পুন পুন লৱৰ দিয়য়।
হেন মতে নৃপতিয়ো ৰাখিয়া থাকয়॥
বৰিষেক ৰাজা ৰাত্রি দিন এহি মত।
ৰক্ষা কৈলা সচেতন ভৈল তথাপিত॥ ১৬২॥
পুত্র ভায়ে দেখি ৰাজা কান্দিলা অনেক।
অনেক চিয়ায়া পাত্র মন্ত্রী বুলিলেক॥
শুনিয়োক নৰেশ্বৰ আমাৰ বচন।
সন্তাপ তেজিয়া তুমি থিৰ কৰা মন॥ ১৬৩॥
আপুনি জানাহা তুমি শাস্ত্র যেন নয়।
যাৰ যিবা হৈবে কোনে খণ্ডাইতে পাৰয়॥
মায়াৰ ৰচনা ইটো জগত যতেক।
জল বিন্দু সমান দেখয় পৰতেক॥ ১৬৪॥
যি কালত তযুৰাই যিটো হৈবে লাগে।
কহিছে দৈৱজ্ঞগণে সমস্ত তোমাক॥
সিটো কথা মিছা আবে হৈবে কেন মত।
হেন জানি চিন্তা কৰা তযু অযুগুত॥ ১৬৫॥

পূৰ্ব্ব কৰ্ম্ম বিপাকে যে দেখিলে সোপন।
সচেতন পায়া পাচে হোএ অচেতন॥
দেখা সভা মাজে ফুৰে বাতুল পৰাই।
হাহা কন্যা কন্যা ৰতে লাজ কাজ নাই॥ ১৬৬
যদি আৰ উপাই নকৰা মহাশয়।
নুহিবেক সুস্থ ইটো বুলিলো নিশ্চয়॥
নুহি কোন ব্যাধি আৰ নুহিকে ঔষধি।
হেন জানি ইহাৰ কৰিয়ো এক বুদ্ধি॥ ১৬৭॥
শুনা ৰাজা কহো এক উপায়ৰ কথা।
কৰা পৰদেশী যাউক যথা মন তথা॥
যত্ন কৰি নৌকা এক আনিয়ো ডাঙৰ।
থৈব তাতে বহু দ্ৰব্য ভোজন সম্ভাৰ॥ ১৬৮॥
বহু ধন জন ৰত্ন তাতে ভৰি থৈক।
কুমৰক যতনে তাহাতে তুলিয়োক॥
যিবা বাঞ্চা কৰে যেন তাতে সবে পাই।
যেন মতে সাগৰত পাৰন্ত সবাই॥ ১৬৯॥
নুহিবেক সুস্থ জানা কদাপি ইঠাই।
মৰিবেক বাতুল হুয়া কন্যাক নাপাই॥
মৃত্যুক কৰিয়া ভাল দেখোহো ইহাক।
যথা মন তথা যাউক বিচাৰি কন্যাক॥ ১৭০॥
শুনি ৰাজা বুলিলন্ত উচিত বচন।
শাস্ত্ৰৰ বচন কহিলাহা পাত্ৰগণ॥
যদি আতে ৰাখো মৰিবেক সাৰে সাৰে।
কহিছে পূৰ্ব্বত শাস্ত্ৰ কৰিয়া বিচাৰ॥ ১৭১॥
পৰদেশী হৈব নৰহিবে ইটো ঠাই।
সি সব বচন কদাচিতো বৃথা নাই॥

এতেক বচন কহিলেক মন্ত্ৰীগণে।
হৌক পৰদেশী ইটো এহিসে কাৰণে॥ ১৭২ ॥
যেহি লাগে হৌক পূৰ্ব্ব কৰ্ম্মৰ লিখাই।
ইহাক চাহন্তে তল যাইব সমুদাই॥
এহি বুলি সূৰ্য্যভানু কৰি মন শান্ত।
দীঘল ডাঙৰ নৌকা এক অনাইলন্ত॥ ১৭৩ ॥
লোণ সাগৰৰ তীৰে ভৰা দিবে লৈল।
যতেক ভোজন বস্তু তাৰ মাজে থৈল॥
আৰো হীৰা মৰকত ৰজত সুবৰ্ণ।
দাস দাসী ধনু তয় কৰিয়া যতন॥ ১৭৪ ॥
বিধে বিধে থৈলা নিয়া বস্ত্ৰ অলঙ্কাৰ।
ভৰা দিল সংসাৰৰ যতেক সম্ভাৰ॥
যিবা বাঞ্ছা কৰয় যে তাৱক্ষণে পাই।
কুমৰক থৈল পাছে কৰিয়া উপাই॥ ১৭৫ ॥
পাত্ৰ মন্ত্ৰী সমে সূৰ্য্যভানু ৰাজা গৈয়া।
মধ্য সাগৰত নৌকা পঠাইলা উটায়া॥
তেতিক্ষণে নৌকা বায়ু বেগে বজোয়াৰে।
ভৰা সমন্বিতে যাই মধ্য সাগৰে॥ ১৭৬ ॥
সবন্ধু বান্ধৱে ৰাজ তীৰে তীৰে গৈয়া।
কোন দেশে যায় নৌকা আছয় চাহিয়া॥
শোকে জৰ্জ্জৰিত পুত্ৰ নেদেখি নৃপতি।
অনন্তৰে চাত কৰি পড়িলা ভূমিত॥ ১৭৭ ॥
নাহি শ্ৰুতি বুদ্ধি কিচো মৃতক পৰাই।
কতোক্ষণে মানে আছিলন্ত নৰৰাই॥
পুনু উঠি বোলে মোক চাৰি কৈক যাহা
হা মনোহৰ তোৰ শোকে দহে দেহা॥ ১৭৮ ॥

একুতিৰ পুত্ৰ মোৰ কুলেৰ নন্দন।
গৃহত থাকিবো কাৰ নিৰেখি বদন॥
কৈক লাগি যাহা মোক অনাথ কৰিয়া।
এহি বুলি কান্দে সবে বান্ধৱে বেঢ়িয়া॥ ১৭৯॥
কৰন্ত ক্ৰন্দন পাত্ৰ মন্ত্ৰী সমদল।
হা হা মনোহৰ বুলি উৰ্ম্মি উঠলিল॥
শুনা সভাসদ সবে মধুমতী পদ।
দেখা গৃহ বাসাক পৰম আপদ॥ ১৮০॥
পৰম ধাৰ্ম্মিক সূৰ্য্যভানু নৰপতি।
সদা হৰি পদে যাৰ নচাৰে ভকতি॥
দেখা কেন তাহাৰ সিজিল মহা দুখ।
হেন জানি নবাঞ্ছিবা বিষযৰ সুখ॥ ১৮১॥
যত দেখা ধন জন পাত্ৰ পৰিয়াৰ।
ইসব জানিবা ঘোৰ আপদৰ ঘৰ॥
মিছা ধন মিছা জন যেন ছাইৰ জড়ি।
অসাৰ সংসাৰ আৰ সপোনৰ চৰি?॥ ১৮২॥
হৰিসে কেয়লে সঞা ভজা শুদ্ধ ভায়ে।
ইহ পৰকালে সুখ সদায়ে মিলায়ে॥
কিঞ্চিতো নাহিকে দুখ কৰা তাতে ৰতি।
হেন জানি হৰি পদে কৰিয়ো ভকতি॥ ১৮৩॥
সুখে নাম হৃদি ৰূপ ভকতৰ সঙ্গে।
নাহি কিচো দুখ গায়া চিন্তা মনৰঙ্গে॥
শূকৰ যোনিত বিষয়ৰ সুখ পাই।
হৰি পদ লৈয়া নৰ তনু বিনে নাই॥ ১৮৪॥
— — — ইটো বিষয়ক জানি।
ডাকি হৰি হৰি বোলা সমাজিক প্ৰাণী॥ ১৮৫॥

## লেচাড়ি

পুত্র পয়ানত দুখমন শৰীৰত কিছু নাহি জ্ঞান
হত ভৈল বুদ্ধি শোকানলে পুৰি।
হা পুত্র বুলি গেঁড়িয়াই কিছু· ..........
এহি বুলি কান্দে সবে বন্ধু বান্ধৱ পড়ি॥
একুটিৰ পুত্র মনোহৰ কতেক সহিব শোক তোৰ
— — কৈক লাগি গৈল মোক।
সিটো মুখ পদ্ম সুমৰিয়া শোক শেলে ফুটি যায় হিয়া
কি কৰি জীৱন ধৰিব নেদেখি তোক॥ ১৮৬॥
জীয়ন্তে কৰিয়া মৃতবত উটায়া পঠাইলো সাগৰত
কিনো নিদাৰুণ মই মহা মন্দভাগী।
সুমৰি তোমাৰ ৰূপ গুন শোকে জৰ্জ্জৰিত তনু মোৰ
পুত্র বধী পাপী জীয়ো কোন কাৰ্য্যে লাগি॥
পূৰ্ব্ব-কৰ্ম্ম জানি পাত্ৰগণে আলচ কৰিয়া এক মনে
মৃত্যুক ৰাখিয়া উটালো ঘোৰ সাগৰে।
এবে ভৈলি মৎস-মগৰৰ আহাৰ পুতাই মনোহৰ
মঞি মন্দমতি বন্ধ ভাগি ভৈলো তোৰে॥ ১৮৭॥
হৰি হৰি হৰি দৈব বিধি হাতে দিয়া মোক নব নিধি
পুনু কাঢ়ি নিলে মোহোৰ কৰম দোষে।
এহি বুলি পাত্র মন্ত্ৰী সমে কান্দে সূৰ্য্যভানু কষ্ট মনে
যাইব কৈকা লাগি নপায়ো উদ্দিশ॥
সন্তাপে তাপিত হুয়া মন নাহি শৰীৰত তন্ন জ্ঞান
পুত্র শোক জ্বাল লাগিয়া পুৰিয়া মৰো।
হেন দুখ মনে নৰ ৰাই পাত্র মন্ত্ৰী সমদলে
প্ৰবেশি আসিলা আপুনাৰ নিজ ঘৰে॥ ১৮৮॥

শুনিয়োক পাচ কথা আৰে মধু মালতীয়ো জাগি বেৰে
দেখন্ত শয্যাত নাহিকয় মনোহৰ।
আথে বেথে উঠি তাৰক্ষণে দেখিয়া বৰ কষ্ট মনে
বসিলন্ত পুনু থৈয়া মাথা বাম কৰে॥
দেখে দশো দিশে অন্ধকাৰ শোক শেলে শ্রুতি নাহি গাৰ
আৰে কৈৰ যাইৰ নপান্ত শুনি উপায়।
কান্দি তাৰ ৰূপ সুমৰিয়া অনঙ্গে আকুল হুয়া হিয়া
ভৈল বিয়াকুল শৰীৰৰ তত্ব নাহি॥ ১৮৯॥
হাহা প্রাণেশ্বৰ মনোহৰ নেদেখি নৰহে প্রাণ মোৰ
মোক এহি ঠাই এড়ি গৈল কৈক লাগি।
হাতে দিয়া মোক নৱ নিধি ভুনাই লৈয়া গৈলা বহু বিধি
ভৈলা একে স্মৰিয়া অনাথিনী মন্দভাগী॥
কিক লাগি জীৱ কুলক্ষণী যম কৰণক জাঞো কেনি
নেদেখিয়া সিটো সুচান্দ মুখ মণ্ডল।
সুবর্ণ আঙ্গুৰিক পিন্ধি হাতে কোন খানে গৈলা প্রাণনাথ
মৰো হেৰা পুৰি দাৰুণ শোকৰ জ্বালে॥ ১৯০॥

## ছুলড়ি

হাহা প্রভু দেব কৈক লাগি গৈলা
একেশ্বৰী কৰি মোক।
কিনো কুলক্ষণী পৰম দুর্ভাগী
সহিবো কতনো শোক॥
কিবা মাতৃ মোক গর্ভে ধৰিলেক
ইসব দুখক লাগি।

বিষ বহ্নি খাই জলে জাম্প দিয়া
মৰিয়া যাইবো অভাগী ॥ ১৯১ ॥
কিসক ইহাত বঞ্চিবোহো আৰে
নাপাঞো গুণি উপায়।
কোনে প্ৰাণেশ্বৰী বুলি মাতিবেক
সুমৰিতে ধাতু যায় ॥
কাৰ সঙ্গে ইটো সুৱৰ্ণ খাটত
থাকিবো কৰিয়া কেলি।
কোন মুখ ভৰি কৰিবে চুম্বন
গুণি হিয়া গৈল জ্বলি ॥ ১৯১ ॥
এহি বুলি খণে অচেতন হোন্ত
খণো হোৱে মূৰ্চ্চাগত।
দিনে ৰাতৃ কিচো একো নজানয়
দাৰুণ শোক জ্বালত ॥
দেখি কন্যাগণে অনেক প্ৰবন্ধে
বোলন্ত মধুৰ বাক।
নকৰিবা তাপ তেজিয়ো বিলাপ
শুনিয়ো আমাৰ বাক ॥ ১৯৩ ॥
স্ত্ৰী জাতি হৈলে সুহি স্বতন্ত্ৰী
সৰ্ব্ব কালে পৰাধীন।
যদি লোকে শুনে হাসিবেক তেবে
নকৰিয়ো আন মন ॥
অচিৰ কালত লভিয়া সুন্দৰি
মনোৰথ হৈব সিদ্ধি।
তেজা শোক দুখ কহিলো নিষেধ
স্বামী সঙ্গ দিব বিধি ॥ ১৯৪

## পদ

সখীৰ বচন পাচে শুনি মহাসতী।
বিলাপ কৰিয়া ঠিৰ কৰিলন্ত মতি॥
সঘনে নিশ্বাস কাঢ়ে মন নোহে থিৰ।
নয়নৰ নীৰে তিতিলেক সশৰীৰ॥ ১৯৫॥

ঘনে ঘনে মুচে মুখ বস্ত্রৰ অঞ্চলে।
সলজ্জিত ভাএ ৰৈল হৃদয় বিকলে॥
এহি মতে সুন্দৰী থাকিলা সেহি ঠাই।
কুমৰৰ কথা কহো শুনা সমুদাই॥ ১ ৬॥

পাত্র মন্ত্রী সমে সূৰ্য্যভানু ৰাজা গৈয়া।
যেখনে সাগৰে গৈয়া পঠাইলে উটায়া॥
তেতিক্ষণে বজোৰাৰে নিলেক সবকে।
ফুৰে তাতে ভৰা নাৱে সম বৎসৰেক॥ ১৯৭॥

হেন ললাটত দুখ আছে কুমাৰৰ।
কোনে খণ্ডাইবেক পূৰ্ব্বে বিধি লিখি তাৰ॥
ফুৰে ভৰা লৈয়া সিতো জলৰ উপৰে।
পাই তাক কামুৰিয়া ভাঙ্গিল মগৰে॥ ১৯৮॥

সাগৰৰ মাজে নাও মষিমূৰ ভৈলা।
ধন জন দ্ৰব্য সমন্বিতে তল গৈলা॥

নৰহিলা কিছুৱে মৰিল সৰ্ব্বজনা।
একে মাত্র মনোহৰ কুমৰত বিনা॥ ১৯৯।

আছে তান আউ কোনে মাৰিবেক ধৰি।
ঢউৰ আফলে গৈয়া চাপিল কাষৰি॥

এক চটি কাষ্ঠ পাই সঙ্গে আনিলেক।
তাতেসে সাতৰ দিয়া কাষৰি পাইলেক ॥ ২০০ ॥
লাসে লাসে ধীৰে চলি সহজে কুমাৰে।
একেশ্বৰে মাত্ৰ চলিলন্ত তীৰে তীৰে ॥
কৈক লাগি যাইব নজানন্ত একো মনে।
যাহান্তে কুমাৰে প্ৰবেশিলা ঘোৰ বনে ॥ ২০১ ॥
দেখে বিদগদ বন পৰম শোভন।
পুষ্পচয় ফুলি আছে আতি বিতোপন ॥
কদম্ব মালতি চম্পা বকুল মধাই।
পাৰিজাত নাগেশ্বৰ আছে শম্ব জাঁই ॥ ২০২ ॥
গুলাল দৱনা মৰুৱা গুটিমালী।
লবঙ্গ পোৱাল ফুলি আছে যে শেৱালী ॥
শেৱালী নেৱালী কাঞ্চন যাই যুতি।
মন্দ সমীৰণ বাএ বহয় চৌভিতি ॥ ২০৩ ॥
বন্দুলী মন্দাৰ ফুলি আছে ঠাই ঠাই।
দেখিতে সুন্দৰ বন অধিকে সুহাই ॥
অসংখ্যাত সৰোবৰে দেখিতে সুন্দৰ।
কদম্ব কল্‌হাৰ ফুলি আছে নিৰন্তৰ ॥ ২০৪ ॥
আছে বিদগদ পক্ষিগণ তাতে ৰঙ্গি।
ৰাজ হংসে ফুৰে সদা মৃণাল উভঙ্গি ॥
মধুমত্তে সদা ভ্ৰমৰা কৰে ৰায়।
কামুকক কামে যেন দুই হাত বায় ॥ ২০৫ ॥
কোকিলৰ কুহু কুহু নাদ সুললিত।
বসন্তে মিলিল কাম বাণে দহে চিত ॥
সেই বনে কুমৰ যাহান্তে যেবে আছা।
সুন্দৰ ভৱন এক দেখিলন্ত পাছে ॥ ২০৬ ॥

কোনে ব্রজিলেক উপমাক দিতে নাই।
পুষ্পিত বনৰ মাজে অধিকে সুহাই॥
পসিলেক মনোহৰ তাহাৰ ভিতৰ।
দেখে কন্যা এক আছে পৰম সুন্দৰ॥ ২০৭॥

## ঝুমুৰি

জ্বলৈ আতি বৰ বালা।
যেন পূৰ্ণ চন্দ্ৰ কলা॥
নয়ন কমল পাশি।
মুখে মনোহৰ হাসি॥ ২০৮॥

মদনৰ ধনু সম।
ভ্ৰূৱ যুগ মনোহৰ॥
সুসম কপাল মাঝে।
ৰতন তিলক ৰাজে॥ ২০৯॥

মনোহৰ কৰ্ণ্ন তলে।
ৰতন কুণ্ডল ডোলে॥
শোভিত সুন্দৰ খোপা।
হালৈ, মালতিৰ থোপা॥ ২১০॥

মধু গোন্ধে হুয়া ভোল।
ভ্ৰমৰে নচাৰে কোল॥
নাসা তিল ফুল সম।
কম্বুকণ্ঠ মনোৰম॥ ২১১॥

অৰুণ অধৰ দুই।
দেখিতে আনন্দ হুই॥
দশন জ্যোতিৰ পান্তি।
হাস্যে জিনে চন্দ্ৰ-কান্তি॥ ২১২॥
হৃদযত হেম হাৰ।
জ্বলৈ আতি জাতিস্বাৰ॥
কঠিনত স্তন দুই।
তাল ফল সম মুই॥ ২১৩॥
তাতে চণ্টা চন্দনৰ।
দেখি আতি ৰুচিকৰ॥
কৰিকৰ উৰু সম।
শোভি ভুজ মনোৰম॥ ২১৪॥
চম্পাৰ পাকৰি নয।
প্ৰকাশে আঙ্গুলিচয॥
তাহাতে আঙ্গুষ্টি পান্তি।
তাৰা যেন কৰে কান্তি॥ ২১৫॥
শোভিত উদৰ বৰ।
জিনি দল অশ্বত্থৰ (?)॥
জলে কটা মনোৰম।
হৰৰ দম্বৰু সম॥ ২১৬॥
তাহাতে কিঙ্কিণী পান্তি।
ৰুণু ঝুনু শুনি আতি॥
বহল জঙ্ঘণী নাৰী।
ৰূপে নাহি পটন্তৰী॥ ২১৭॥
ৰাম কল সম মুই।
সুবলিতে উৰু দুই॥

জ্বলে পদ পদ্মকোষ।
শুনি নুপূৰৰ ঘোষ॥ ২১৮॥
পদ্মিনী সুন্দৰী বালা।
জ্বলে নয় চন্দ্ৰ কলা॥
পদ্ম লোভে মধুকৰে।
সদায়ে আৱাৰ কৰে॥ ২১৯॥
দেখি ৰূপ বিতোপন।
ভুলয় মুনিৰো মন॥
তৰু তৃণ মুঞ্জৰণ।
পাষাণো দ্ৰবিত মন॥ ২২০॥
আচোক যুৱত জন।
নাৰীৰো হৰয় মন॥
হেন ৰূপে বৰ বালা।
কৰে মালতিৰ মালা॥ ২২১॥
গৈয়া সেহি ভৱনত।
কতুহলে বসিলন্ত॥
জ্বলৈ কান্তি শৰীৰৰ।
যেন ৰবি প্ৰভাতৰ॥ ২২২॥

## পদ

হেন ৰূপে কন্যা যেবে বসিয়া আছয়।
দেখি মনোহৰ আতি ভৈলেক বিস্ময়॥
সিহৰিল লোম পুলকিত ভৈলো কাই।
এক দৃষ্টি কৰিয়া কন্যাক আছে চাই॥ ২২৩॥

মনত বোলন্ত ঘোৰ অৰণ্য গহন।
চৰাচৰ আত নাহিকয় একোজন॥
হেনয় নির্জ্জান ঠানে দেখি গৃহ এক।
চতুষ্পাশে বেঢ়ি পুষ্প আছয় অনেক॥ ২২৪ ॥
দিব্য সৰোবৰচয় দেখি ঠাই ঠাই।
ইহাক চাহন্তে যেন নগৰী পৰাই॥
চতুষ্পাশ চাহন্তে লাগয় ভয় মন।
মহা ভয়ঙ্কৰ ইটো অৰণ্য গহন॥ ২২৫ ॥
হেন বন মাজে কন্যা আছে বিতোপনী।
একেশ্বৰে মাত্ৰ আছে ত্ৰৈলোক্য মোহিনী॥
কিবা দেৱতাৰ কিবা গন্ধৰ্ব্বৰ নাৰী।
অসুৰ পিশাচ কিবা বুজিতে নাপাৰি॥ ২২৬ ॥
কিবা মোক ছলিবাক আছে মায়া কৰি।
নুহিবা মনুষ্য কোনে আনিয়াচে হৰি॥
এহি বুলি কুমাৰ তবধ হুয়া আছে।
লাসে লাসে সন্নিহিত চাপিলন্ত পাছে॥ ২২৭ ॥
শঙ্কা কৰি মনে পুচিবাক খোজে তাস্ত।
দেখিয়া কন্যায়ে পাচে লগাইলেক মাত॥
কন্যাৰ মনত বৰ সংশয় মিলিল।
অপূৰ্ব্ব মনুষ্য কৈৰ পৰা যে আসিলা॥ ২২৮ ॥
বোলো কোন কৈৰ হন্তে ফুৰা বনে বন।
কিবা দৈত্য দানবযে দেৱতা শোভন॥
কিবা সিদ্ধ বিদ্যাধৰ গন্ধৰ্ব্ব কিন্নৰ।
কিবা তুমি মনুষ্য আছিলা কিবা নৰ॥ ২২৯ ॥
ৰূপক দেখন্তে যেবে আতি বিতোপন।
শৰীৰত আছে সবে ৰাজাৰ লক্ষণ॥

কৈৰ হন্তে আসিলা ইথাৱে কৈয়ো কাজ।
নাহি আত মনুষ্য দুৰ্গম বন মাজ ॥ ২৩০ ॥
কহিয়োক কোন তুমি কাহাৰ নন্দন।
ৰাক্ষসৰ থান ইটো অৰণ্য গহন ॥
কন্যাৰ বচন শুনি কুমৰ বদতি।
আমাৰ বৃত্তান্ত কহো শুনিয়ো সম্প্ৰতি ॥ ২৩১ ॥
নুহিকো ৰাক্ষস মই অসুৰ দানব।
গন্ধৰ্ব্ব কিন্নৰ নহো পিশাচ ভৈৰব ॥
সূৰ্য্যভানু পিতা মোৰ কনৌগিৰি পতি।
নিছয়ে মনুষ্য আমি তাহান নন্দন ॥ ২৩২ ॥
যেন মতে ইথাৱক আসিলো সুন্দৰি।
সমস্তে কহিবো তাক শুনা মন কৰি ॥
এহি বুলি কুমৰ কহিলা পূৰ্ব্বাপৰ।
আদি অন্তে কহিবাক লৈলা নিৰন্তৰ ॥ ২৩৩ ॥
যেন মতে মধু-মালতীৰ সঙ্গ পাইলা।
নেদেখি তাহাক যেন বিয়াকুল ভৈলা ॥
যেন মতে পাত্ৰ মন্ত্ৰী সমে নৰ ৰাই।
যেন মতে সাগৰত পথাইলা উটাই ॥ ২৩৪ ॥
যি কৰি সাগৰে মাজে নৌকা তল গৈলা।
নিশেষ কৰিয়া সবে কন্যাত কহিলা ॥
যিমতে সুন্দৰি ফুৰো কহিলো তোমাত।
কোন তুমি ঝান্তে কৰি কহিয়ো আমাত ॥ ২৩৫ ॥
কাহাৰ দুহিতা কোন কুলে ভৈলা জাত।
কোন নাম তোমাৰ কহিয়ো আমাসাত ॥
দুৰ্গম দুৰ্গত বন দেখি ভয় মনে।
একেশ্বৰে কি কাৰণে আছা ইটো থানে ॥ ২৩৬ ॥

কুমৰৰ. বাণী শুনি বদতি সুন্দৰী।
মোহোৰ বৃত্তান্ত কথা শুনা মন কৰি॥ ২৩৬॥
যাহাৰ নন্দনী জাত ভৈলো যিবা কুলে।
নিশেষ কৰিয়া কহো শুনা মহাবলে॥
বিচিত্রবিশ্রাম এক আছয় নগৰ।
তাৰে অধিকাৰী চিত্রসেন নৃপবৰ॥ ২৩৭॥
মহা দানী মানী আতিশয় ক্ষেমাৱন্ত।
পৰম ধাৰ্ম্মিক ৰাজা শাস্ত্রত পাৰ্গত॥
দ্বুতি ইন্দ্র সম চিত্রসেন মহীপাল।
পুত্ৰৱতে প্ৰজাক কৰয় প্ৰতিপাল॥ ২৩৮॥
তাহান নন্দনী মোক জানিবা সুন্দৰি।
প্রেমা নাম প্রিয় সখী মধু-মালতীৰ॥
যিমতে একলে আছো ঘোৰ অৰণ্যত।
আমাৰ বৃত্তান্ত কহো শুনিয়ো সমস্ত॥ ২৩৯॥
আছে তিনি গুটি আৰু বহিনী আমাৰ।
পিতৃৰ গৃহত সদা কৰো তাসম্ভাৰ॥
এক দিনা ক্রীড়া কৰিবাক ৰঙ্গ মনে।
সখিগণ সমে প্রবেশিলো পুষ্পবনে॥ ২৪০॥
অসংক্ষাত পুষ্প বন ফুলি আছে মনোৰম।
কতেক কহিবো তাৰ যাৰ যিবা নাম॥
আছে পুষ্কৰিণী এক মধ্যত তাহাৰ।
আতি নিৰমল স্ফটিকৰ জল ধাৰ॥ ২৪১॥
কুমুদ কহ্লাৰ ফুলি আছে নিৰন্তৰ।
ৰজতে বান্ধিলে তাৰ চাৰিয়ো পাঞ্জৰ॥
অন্তেষ পুৰত সিটো স্থান বিতোপন।
মাতৃগণে ক্রীড়িয়া থাকন্ত অনুক্ষণ॥ ২৪২॥

তিনিয়ো বহিনী গৈলো মোৰ অনুকুলে।
সখিগণে সমে নামিলোহো সেহি জলে॥
কতো বুৰ দিয়া কতো সাতুৰিয়া যায়ো।
কাহাকো ধৰিয়া কতো ৰঙ্গে যে বুৰাইয়ো॥ ২৪৩॥
কতো সখি দুই তিনি ৰঙ্গে ঝুলিবান্তি।
পৰম কৌতুকে ৰঙ্গে খেলে জল ঘান্তি (?)॥
এহি মতে ৰঙ্গে যেৰে আছো কতোক্ষণ।
দশোদিশে ঢাকিলেক ৰবিৰ কিৰণ॥ ২৪৪॥
ভৈল ঘোৰ অন্ধকাৰ মিচিনি আপোন।
চতুৰ্দ্দিগে কৰিলেক বাত ৰবিষণ॥
মিলিল মনত ভয় কম্পে হাত পাৱ।
থিৰ নোহে দেহা দেখি প্ৰচণ্ডিত বায়॥ ২৪৫॥
জল ক্ৰীড়া এড়ি কাৰৰি চাপিলো।
কোন কৈক গৈলা কেহো কাকো নেদেখিলো॥
হেন পূৰ্ব্ব কৰ্ম্ম দোষ আছয় আমাৰ।
কোনে খণ্ডিবাক পাৰে লিখা বিধাতাৰ॥ ২৪৬॥
সেহি সময়ত ঘোৰ ৰাক্ষস আসিয়া।
এহি বন মাজে পাছে থৈলেক আনিয়া॥
তিনি গোট মুণ্ড তাৰ দহ খান কৰ।
সাত গোট চক্ষু তাৰ দেখি লাগে ডৰ॥ ২৪৭॥
অঙ্গাৰৰ বৰ্ণ তাৰ দেখিয়া বিকৃতি।
জম্বুৰথ নামে ৰাক্ষসৰ সিটো নাতি॥
অনেক যতনে স্থান কৰিয়া নিৰ্ম্মাণ।
দিব্য সৰোবৰ নিৰ্ম্মি আছে থান থান॥ ২৪৮॥
পুষ্পৰ আৰাম উদ্যানেৰ অনুপাম।
নিৰ্ম্মি আছে দেখা গৃহ সুবৰ্ণৰ কাম॥

এহি বন মাজে মোক থৈলা একেশ্বৰ।
মাসেক অন্তৰে সিটো আসে একবাৰ ॥ ২৪৯ ॥
একদিনা ৰঙ্গে মই সমে ৰঙ্গমনে।
পুনৰপি যায় সিটো আপুন ভবনে ॥
যত দিনা ইটো মই থানত আছোয়ো।
সপোনতো নতু দেখো মনুষ্যৰ নায়ো ॥ ২৫০ ॥
তোমাক দেখিছো ইটো মনুষ্য মধ্যত।
কোনেনো বিধাতা মিলাইলেক ইথাৱত ॥
যত পশু পক্ষি সিংহ ব্যাঘ্র পক্ষিচয়।
ৰাক্ষসক ডৰে ই থানত নথাকয় ॥ ২৫১ ॥
তুমি কেনে অকলে ৰহিবা ইটো ঠাই।
সি পুনু আসিলে জীৱন যে কাৰো নাই ॥
শুনিয়া ৰাজাৰ পুত্রে বুলিলে কন্যাক।
আসা দুয়ো যাওঁ তযু পিতৃৰ ৰাজ্যক ॥ ২৫২ ॥
ঘোৰ বনে ৰাক্ষসৰ সঙ্গ এড়ি সতী।
ৰঙ্গে দুয়ো নগৰক চলোহো সম্প্রতি ॥
নিশাচৰ জাতি পিতা পুত্রক নচাই।
বিনাহাৰ ভৈলে তেতিক্ষণে ধৰি খাই ॥ ২৫৩ ॥
আৰ সঙ্গে এতেকে থাকিবা কেনে কৰি।
ক্ষুধাতুৰ ভৈলে তেতিক্ষণে খাইবে ধৰি ॥
হেন জানি সুন্দৰী চলিয়ো নিজ দেশ।
মনে মনে দুয়ো নতু আসন্ত ৰাক্ষস ॥ ২৫৪ ॥
কুমৰৰ বাণী যেবে শুনিলা সুন্দৰী।
দিলা সমিধান পাছে অল্প হাস্য কৰি ॥
ৰি সবে বুলিলা সবে উচিত বচন।
শুনিয়ো কথা যে কিচো ইহাৰ কাৰণ ॥ ২৫৫ ॥

জৈসানি মোহোক সিটো হৰিয়া নিলেক।
নিজ ঘৰে বাপ-মায় সবে থাকিলেক॥
তাসম্বাৰ শোকে দেহা কৰয় দহন।
সৰ্ব্বক্ষণে মই কৰি থাকোহো ক্রন্দন॥ ২৫৬॥
দেখিয়া ৰাক্ষসে মোক বোলে চাটুবাণী।
দেই দৈত্য ভোগ্য অন্ন বেঞ্জনক আনি॥
নেকান্দিবি খাস অন্ন বেঞ্জন মোদক।
দেয় অলঙ্কাৰ আৱৰণ কৰিয়োক॥ ২৫৭॥
বোলে আনো নানামতে পূৰি মোৰ মন।
এতেকতে আমি তাক বুলিলো বচন॥
নখাও অন্ন বেঞ্জন নিপিন্ধো অলঙ্কাৰ।
কৈয়ো কৈত আছো বন্ধু বান্ধৱ আমাৰ॥ ২৫৮
কোন দিশে গ্রাম দেশ আমাৰ আছয়।
কতো দিনে পাইবো তাক কহিয়ো নিচয়॥
যদি সত্য কহ মিছা নুবুলি বচন।
তেবেসে তোহাৰ বস্তু কৰিবো ভোজন॥ ২৫৯॥
এতেকে শুনিলা যেবে মাতিলা অসুৰ।
নাপাইবা নিশ্চয়ে কৈত দেশ তোমাসাৰ॥
এৰা বন্ধু-বান্ধৱক আশ প্রাণেশ্বৰী।
মোৰ সঙ্গে সৰ্ব্বক্ষণে থাকিবা সুন্দৰী॥ ২৬০॥
আমাৰ কামিনী তঞি প্রাণ সমসৰ।
মোক এৰি কৈক যাইবে লাগি মন কৰ॥
মই পিতা মাতা তোৰ মই বন্ধু জন।
মই বেতিৰেকে কেনে জানিবে আনজন॥
বিচিত্র বিশ্রাম যিটো তোমাৰ নগৰ॥ ২৬১॥
দেৱতাসে পায়ে মাত্র তাক সম্বৎসৰ।

কোনে নিবে কেনে কৰি পাইবা সিটো ঠাই।
হেন জানি তাহাক শুনিতে নযুৰাই ॥
এতেক বুলিয়া পাছে ৰাক্ষস দন্দুৰ।
দিনা চাৰি থাকি গৈল আপোনাৰ ঘৰ ॥ ২৬২ ॥
সেহি ধৰি মাসেক অন্তৰে এক বাৰ।
থাকয় সুৰতি সঙ্গে সঙ্গত আমাৰ ॥
হেন জানি কুমৰ যাইবোহো কেনে কৰি।
নাপায়ো মনত তাক উপায় বিচাৰি ॥ ২৬৩ ॥
ঐৰ হন্তে দেৱতাৰ এক বৰিষৰ।
ঘোৰ অৰণ্যৰ পথ পিতৃৰ নগৰ ॥
মনুষ্যে তাহাক কত কালে গৈয়া পায়।
এতেকতে তাক লাগি যাইতে নুযুৰাই ॥ ২৬৪ ॥
সাম্প্রতিক জানা এক মাস বহি গৈল।
সিয়ো পুনৰপি আসিবাৰ দিন ভৈল ॥
ঘোৰ অসুৰে পাইলে কাৰো নাহিকে জীৱন।
তাত পাচে এহি চিন্তা ৰক্ষাৰ কাৰণ ॥ ২৬৫ ॥
কোন বুদ্ধি মন্ত্রণায়ে পাৰি ৰহিবাক।
ৰাক্ষসক পাৰি কোন যত্নে বধিকাক ॥
ইহাৰ উপায় চিন্তিয়োক সাৰ কৰি।
বিলম্বত কাল নাই পাইলে খাব ধৰি ॥ ২৬৬ ॥
কৰাহা সুন্দৰ যেবে ৰাক্ষসক হত।
তেবে সৰ্ব্ব বাঞ্ছা সিদ্ধি হৈবেক সাক্ষাত ॥
আদি অন্ত কহিলো জানোহো যত মান।
চিন্তিয়ো কিমতে ৰক্ষা হয় ইটো প্রাণ ॥ ২৬৭ ॥
শুনিয়া কুমৰে পাচে দিলন্ত উত্তৰ।
নাজানোহো আৰ আমি কিচো পূৰ্ব্বাপৰ ॥

কেমন ৰাক্ষস মূৰ্ত্তি কিবা ভক্ষ্য তাৰ।
আচোক দেখিব নতু নাম শুনু তাৰ ॥ ২৬৮ ॥
কেমনে ৰক্ষা যে যাইবো নজানো উপায়।
তাৰ নাম শুনি মোৰ থিৰ নোহে কাই ॥
যেনে তেনে ৰক্ষা মোক কৰিয়ো এখন।
পুনু দৈত্য গৈলে পাইবো মাসেকৰ দিন ॥ ২৬৯ ॥
তেবে বুদ্ধি মন্ত্ৰণা কৰিবো দুয়ো জনে।
যত্নে ৰাক্ষসক বধি যাইবো নিজস্থানে ॥
আতাইতাইৰ সম বুদ্ধি ভৈল হত।
দিনেক এড়াইলে তেবে হৈলোহো শকত ॥ ২৭০ ॥
এক প্ৰলয়ৰ উদ্ধৰিয়া তেতিক্ষণে।
পুনৰপি পৰিলোহোঁ ৰাক্ষসৰ থানে ॥
তযু অনুগ্ৰহে যদি হয়ো আমোচন।
পাচে দানৱক বধ কৰিয়া যতন ॥ ২৭১ ॥
হেন বাক্য বুলি যে নিশবদ ভৈলা।
অনন্তৰে যুৱতীও বুলিবাক লৈলা ॥
ৰাক্ষসৰো আসিবাৰ ভৈলেক সময়।
হেন জানি ৰহিবাক লাগয় উপায় ॥ ২৭২ ॥
যেন মতে নজানয় দোৰ্ঘোৰ দানৱে।
প্ৰবন্ধ কৰিয়া থৈবে লাগে সেহি ভাৱে ॥
এহি বুলি বৰ এক গৰ্ত্ত কৰিলেক।
তাহাৰ ভিতৰে মনোহৰক থৈলেক ॥ ২৭৩ ॥
যি মতে উশাস পাৱে যতন কৰিয়া।
উপৰত থৈল তাৰ শৰিম ধালিয়া ? ॥
থাপিলন্ত তাতে তাক বুলিয়া নিচয়।
কন্যা বিতিৰেকে আৰু কেহ নজানয় ॥ ২৭৪ ॥

এতেকতে ৰাক্ষস আসিলা সেহি ক্ষণে।
ঘোৰ মূৰ্ত্তি দেখি শঙ্কা লাগে সৰ্ব্ব জনে॥
তিনি গোটা মুণ্ড সাত চক্ষু দশ কৰ।
ত্ৰিজগত মধ্যে ধূম্ৰ বৰ্ণ কলেবৰ॥ ২৭৫॥
মুখে মনুষ্যৰ মাংস গলে গুঞ্জা মণি।
কৰে মুণ্ড মালা ৰক্ত বস্ত্ৰ পাৰবণি॥
হেন বেশে আসি যেবে দুৰ্ঘোৰ দানয়।
সেহি খানে কন্যাৰে আগত ভৈলা ঠিয়॥ ২৭৬॥
নাজানিল যেন ভৈল ইসব কাৰণ।
দেখি একেশ্বৰে কন্যা আছয় ভৱন॥
পূৰ্ণ চন্দ্ৰ সমে জ্বলে সুন্দৰ বদন।
তাক দৰশনে বিয়াকুল মুনিগণ॥ ২৭৭॥
হৰিষিত মনে সেহি থায়ে নিশাচাৰ।
ভৈলেক প্ৰবেশ অন্তৰত মাসেকৰ॥
আসিল ৰাক্ষস চিত্ৰসেনী দেখিলেক।
আথে বেথে বসিবাৰ আসন দিলেক॥ ২৭৮॥
তেতিক্ষণে ভোজনৰ বস্তু আছে যত।
কৰি বহু মান আনি দিলেক আগত॥

## ছবি

দিব্য অন্ন পৰমান্ন মোদক ব্যঞ্জন পিষ্ট
নাৱে নাৱে আনিয়া দিলেক।
দধি দুগ্ধ ঘৃত মধু চিনি চিড়া লাড়ু আখৈ
ভিনে ভিনে আগত দিলেক॥

সুৱৰ্ণৰ কুম্ভ ধৰি বিতোপন জল ভৰি
শাৰী শাৰী থৈলেক আগত।
ভুঞ্জিবাৰ বস্তু যত আছে মানে সংসাৰত
সবে আনি দিলেক গুৱিত ॥ ২৮০ ॥
দেখিয়া দানৱে আসি কন্যাক বুলিবে লৈলা
শুনা বান্ধে মোহৰ বচন।
কুশলে কি আছ তই ভালমত শুনো মই
ঝান্তু কৰি বুলিয়ো য়েখন ॥
যিটো জনে তোহৰ যে বিপক্ষক আচৰিলে
কয়ো তাক কৰো মযিমুৰ।
আমাত লগায়া ঘাতি কেনেনো মুগুধ সিটো
জানো যাইব খোজে যমপুৰ ॥ ২৮১ ॥
এহি বুলি নিশাচৰে পৰম কৌতুক মনে
বসিলা বিচিত্ৰ আসনত।
হাতৰ নমায়া যেবে মনুষ্যৰ মুণ্ড মালা
শাৰী কৰি থৈলন্ত কাষত ॥
যত অন্ন পৰিমান্ন ভুঞ্জিবাক লাগি সতী
দিলে নিয়া তাহাৰ আগত।
সবাকো ভোজন কৰি হৰিষিত মনে যেবে
মনপূৰি সবে ভুঞ্জিলেক ॥ ২৮২ ॥
এতেকতে দিনকৰ অষ্টাঙ্গত ভৈলো গৈয়া
ৰজনী ভৈলেক উপগত।
আথে বেথে গৈয়া পাচে কন্যা সমে নিশাচৰ
বিচিত্ৰ খাটত বসিলন্ত ॥
হাসি পাচে জম্বুৰথে চিত্ৰসেন নন্দনীক
সম্বোধন বুলিলা বচন।

মাসেকৰ অনন্তৰে সঙ্গে আসি তোমাসাৰ
কতুহলে পুৰিবো মদন ॥ ২৮৩ ॥
ঝাণ্টে কৰি প্ৰাণেশ্বৰী আলিঙ্গন কৰিয়োক
বিলম্ব নকৰি কিঞ্চিতেকো।
দেখিয়া তোমাৰ সিটো সুচন্দ্ৰ মুখে
মদনে দগ্ধ কৰে মোৰ ॥
হেনয় বুলিয়া যেবে ঘোৰ নিশাচৰ জাতি
কৰিলেক ক্ৰীড়া অসাক্ষাত।
ৰতি ৰস পুৰি মন কতুহলে দুযোজন
পুনৰপি বসিলা শয্যাত ॥ ২৮৪ ॥
এতেকতে চিত্ৰসেনী লাসে লাসে বুলিলন্ত
ৰাক্ষসৰ পুৰি পাছে মন।
হৃদয়ত খুৰ শানি মুখত মধুৰ বাণী
বাচা যেন মধুৰ বচন ॥
শুনিয়োক প্ৰাণেশ্বৰ এখনি গোচৰ কৰো
উগুল থুগুল মোৰ মন।
ৰাতৃ দিনে থাকো বুলি তোহাক খিয়ায়া মাত্ৰ
উপায নপাওঁ তথাপিত ॥ ২৮৫ ॥
পিতৃ মাতৃ ভাতৃগণ আনো নানা বন্ধুগণ
বিহডাৱে সবাকো আপুনি।
মোৰ অৰণ্যৰ মাজে একেশ্বৰী কৰি মোক
কৈক লাগি যাস কি কাৰণে ॥
সবন্ধু বান্ধৱ মানি তোমাতেসে ভজিলোহো
বোলা তুমি স্বামী দণ্ডধৰ।
তথাপি আমাক তেজি সৰ্ব্বদাৱে ফুৰা কৈত
আতে দুখ লাগে বহুতৰ ॥ ২৮৬ ॥

আৰু এক কথা বোলো শুনিয়োক প্ৰাণেশ্বৰ
সুমৰি ইহাক মৰো শোকে।
ঘোৰ ৰাক্ষসৰ ঠান অৰণ্যৰ মাজে ফুৰা
জানো কোনে কৈত বধে তোক॥
ত্ৰিজগতে বীৰবৰ নাহি তযু সমসৰ
জানো আক নাহিকে সংশয়।
তথাপি হস্তীৰ পাৱ পিচলে সজ্জনে নাৱ—
বুৰায়য় বুলিয়া কহয়॥ ২৮৭॥
কিবা জানো মোক ঐতে ৰাক্ষস অসুৰ গণে
ভুত প্ৰেত্ত দানব ভৈৰৱ।
আমি মনুষ্যৰ নাৰী থাকি ঐত একেশ্বৰী
দেখি জানো ধৰিয়া খায়য়॥
হেন শুনি নিশাচৰে কন্যাক বুলিলা হাসি
শুনা বাৰ্দ্ধে মোহৰ বচন।
ইটো পৃথিবীৰ জানা যত দেখা আছে মানে
মোক মাৰিবেক কোন জন॥ ২৮৮॥
যথাত থাকয় মই স্বৰ্গ মৰ্ত্ত্য পাতালত
মোৰ মৃত্যু এক থানে নাই।
মহা বিদ্যা মানে জানো তোৰ কৈত শঙ্কা নাই
চিন্তা কিক কৰস সদাই॥
ৰাক্ষসৰ বাণী শুনি মাতিলন্ত মনে গুণি
চিত্ৰসেন ৰজাৰ নন্দিনী।
ই তিনি ভুৱনে যেৱে তোমাৰ নাহিকে মৃত্যু
হৰিষ লভিলো আক শুনি॥ ২৮৯॥
কুমাৰীৰ চিত বুজি ৰাক্ষসৰ ৰঙ্গ ভৈলা
হাসি পাচে বুলিয়া বচন।

শুনিয়োক প্ৰাণেশ্বৰী মোহোৰ মৃত্যুৰ কথা
মোক মাৰিবেক যিবা জন ॥
কিন্তু তাত প্ৰতি মই সংশয়ক নকৰহো
অল্প . হেন জানিয়া মনত।
তথাপি তোহোৰ আগে কহো শুনা প্ৰাণেশ্বৰী
হৈব মৃত্যু কাহাৰ হাতত ॥ ২৯০ ॥
কনৌগিৰি নগৰত সূৰ্য্যভানু নামে ৰাজা
হৈবে ৰঘু বংশৰ মধ্যত।
মনোহৰ নামে তাৰ হৈবেক তনয় এক
শুনিছো মৰিবো তাৰ হাতে ॥
হয়তো আমাক সিটো বধিবেক পাৰিবেক
কিন্তু তাৰ সঙ্কেত আছয়।
যদি আক জানে সিটো তেবে মোক বধিবেক
সিটো সূৰ্য্যভানুৰ তনয় ॥ ২৯১ ॥
শুনা তাৰো অভিপ্ৰায় কহিবো তোমাৰ আগে
তই মোৰ প্ৰাণতো অধিক।
পৰম সঙ্কেত কথা আমাৰ মৃত্যুৰ বান্ধে
নজানয় দেৱেয়ো ইহাক ॥
যদি মধু মালতীৰ কৰৰ আঙ্গুষ্টি লৈয়া
সেহিতো কুমৰ সব তাইৰ।
দেখা এই নদীতীৰে গৈয়া “আইস আইস” বুলি
তিনি গোট ডাকক উচ্চৰে ॥ ২৯২ ॥
এবে সেহি নদীতীৰে শুনি ৰঙ্গে তেতিক্ষণে
এক গুটি টেমা সুবৰ্ণৰ।
উঠিব তীৰক লাগি দেখি আঙ্গুষ্টিক ভাগি
তেতিক্ষণে হৈবেক মুদগাৰ ॥

তাৰ অভ্যন্তৰে পূৰ্ণ খাণ্ডা এক সমন্বিতে
দেখিবেক আৰু টেমা এক।
আঙ্গুঠিক লয়া তাৰা মস্তকত মাৰিবেক
তেবে মুদ মুকল হৈবেক ॥ ২৯৩ ॥
তাহাৰ ভিতৰে পূৰ্ণ এক গুটি মধুকৰ
আছে মহা কতূহল মনে।
সেহি খাণ্ডা লয়া তাক তেতিক্ষণে ছেদিবেক
মনোহৰ কুমৰে আপোনে ॥
তেবেসে মোহোৰ মৃত্যু কহিলো আগত তোৰ
তঞিও মোৰ প্ৰাণৰ সুন্দৰী।
এনয় সঙ্কটে মৃত্যু আমাৰ জানিবে কোনে
কুমৰে মাৰিবে কেন কৰি ॥ ২৯৪ ॥
হেন জানি প্ৰাণ প্ৰিয়া থাকিয়ো নিৰ্ভয় হুয়া
নকৰিবা শঙ্কা কিঞ্চিতেকো।
মই বিদ্যমানে জানা স্বৰ্গ মৰ্ত্ত্য পাতালত
কোন বধিবাক পাৰে তাক ॥
হেন জানি প্ৰাণ প্ৰিয়া এন মত বুলি স্বামী
থাকা মাত্ৰ সুখে সৰ্ব্বক্ষণ।
আকেসে সৰ্ব্বত্ৰ সাধো মোহোৰ ভিতৰ ৰাউল (?)
এহি বুলি কৰিল শয়ন ॥ ২৯৫ ॥
পাছে ৰাত্ৰ দূৰ জানি আথে বেথে দুয়োপ্ৰাণী
কৰিলা আপোন ব্যৱহাৰ।
পূৰ্ব্ব যত্নে দানবক ভুঞ্জিবাক লাগি দিলা
দ্ৰব্য বস্তু নানা উপহাৰ ॥
ৰঙ্গ মনে নিশাচৰ ভুঞ্জিলা উদৰ ভৰি
মহা শান্ত ভৈলা কলেবৰ।

আথ বেথ কৰি পাচে মেলানি মাগিল তাইত
ঘোৰ বনে গৈল নিশাচৰ॥ ২৯৬ ॥
শুনিয়োক সভাসদ মধু মালতীৰ পদ
দেখিয়োক কেন গৃহবাস।
ভাৰ্য্যা পুত্ৰ ধনজন ঘোৰ আপদৰ ঘৰ
জানি আক কৰিয়ো নিৰাশ॥
নৃপ নাৰী আত শাস্ত্ৰ কহয় প্ৰত্যেকে জানা
বিশ্বাস নাহিকে একো কালে।
দেখা প্ৰেমা কেন কৰি কপট মধুৰ বাণী
পাছে তাক মাৰিবাক মনে॥ ২৯৭ ॥
এতেকে নাৰীৰ সঙ্গে নলয়োক বুধ জন
আগতে দেখিয়ো কেন মত।
ভাৰ্য্যা পুত্ৰ ধন এৰি শ্ৰৱণ কীৰ্ত্তন কৰি
থাকিয়োক সাধুৰ সঙ্গত॥
নেনা আয়ু আলে-জালে কেতিক্ষণে ধৰে কালে
তেতিক্ষণে প্ৰাণ ফুটি যাই।
বিষয় গৰল তেজি পিয়ামৃত কৃষ্ণ কথা
আত পৰে সুখ আন নাই॥ ২৯৮ ॥
বিষয়ৰ সুখ জান শূকৰ যোনিত পাই
হৰিসেৱা নাহি একো থানে।
জানি ভাৰ ভুষ তেজি হৰিৰ চৰণে ভজি
লৈয়ো নাম নিৰিৰত জ্ঞানে॥
কৰ্ণে শুনা কৃষ্ণ কথা হৃদয়ত ৰূপ চিন্তা
হস্তে কৰা মাধৱৰ কাম।
যদি সৱে আসা আন সমজ্যাৰ যত জন
নিৰন্তৰে বোলা ৰাম ৰাম॥ ২৯৯ ॥

## পদ

লোমস বদতি শুনিয়োক ঋষিগণ।
যেবে সিটো নিশাচৰ গৈল ঘোৰ বন॥
মাসেকৰ অন্তে আসে জানি ইটো ঠাই।
দণ্ডেকৰ অন্তে বীৰ গর্ত্তৰ ওলাই॥ ৩০০ ॥
চতুষ্পাশে চান্ত চক্ষু বলাই কুমৰ।
জানিলেক নাম সিটো ৰাক্ষস বর্বৰ॥
তাৰ মৃত্যু কথা শুনিচন্ত দুয়োজন।
বধিবাক লাগি উচ-পিচ কৰে মন॥ ৩০১ ॥
তেতিক্ষণে দুয়োজনে নদীতীৰে গৈয়া।
মাতিলেক তিনিবাৰ আঙ্গুষ্ঠিক লৈয়া॥ ৩০২ ॥
শুনি আসিলেক তীৰে জলৰ বলাই।
সূর্য্যৰ জ্যোতি যেনে চাহান নজাই॥
নানান বিচিত্র মণি মুকুতাৰ কাম।
শুদ্ধ সুবর্ণৰ টেমা নাহিকে উপাম॥ ৩০৩ ॥
ভৈলেক মুকল মুদ আঙ্গুষ্ঠিক দেখি।
অদভুত হুয়া দুয়ো আচন্ত নিৰেক্ষি॥
দেখে তাৰ ভিতৰত একৰত্নময়।
আছে এক টেমা উপমাৰ নাহিকয়॥ ৩০৪ ॥
আছে তাৰ কাষে সিটো খাণ্ডা তীক্ষ্ণত্তৰ।
ৰঙ্গমনে তাক তুলি লয় মনোহৰ॥
কৰে তিৰিমিৰি আতি চাহান নজাই।
খাওঁ খাওঁ কৰে যেন মূর্ত্তি মূর্ত্তিমন্ত প্ৰাই॥ ৩০৫
বাম হাতে মনোহৰ আঙ্গুষ্ঠিক লৈয়া।
হানিলা টেমাৰ শিৰ মুদগৰ বিহিয়া॥

তেখনে মুকল ভৈলা আছা দুয়ো চাই।
দেখে তাত একগুটি ভ্ৰমৰা আছয় ॥ ৩০৬ ॥
তেতিক্ষণে গৈল উৰি আকাশক লাই।
ছেদিলে কুমৰে তাক আলগতে পাই ॥
পড়িলেক পুন সেহি টেমাৰ ভিতৰে।
সকলে চলিল পাচে জল আভ্যন্তৰে ॥ ৩০৭ ॥
খনিক অন্তৰে চানি গৈলো দশোদিশ।
ভৈলে অন্ধকাৰে একো নপান্ত উদিশ ॥
কাক কেয়ে নিচিনি নাকলি আপোনাক।
গিৰ গিৰ শবদে লা········· দিবাক ॥ ৩০৮ ॥
কৰ্ণত মাৰয় তাল শুশুনি বচন।
বিজুলী চমক তাক দেই ঘনে ঘন ॥
মহা ভয় ভৈলা দুয়ো প্ৰাণী দেখি তাক।
ক্ষণেকতে লৈলা ঘোৰ বৃষ্টি কৰিবাক ॥ ৩০৯ ॥
সকলে ৰুধিৰময় দেখি বৃষ্টি জল।
তিলকতে সিটো থানখান গৈল তল ॥
পাছে মহা শবদেক বাজিল আকাশে।
শুনি দুয়ো ধৰণীত পড়িল হতাশে ॥ ৩১০ ॥
গিৰিসিত কৰিয়া পড়িল দেখৈ তথা।
মহা ভয়ঙ্কৰ বেলগিয়া গাণ্ডি মাথা ॥
তাক দেখি কুমৰৰ ৰঙ্গ ভৈলা বৰ।
কন্যাৰ হাতত ধৰি দিলেক লৱৰ ॥ ৩১১ ॥
সিদ্ধি ভৈল মনোৰথ থাকি আছা চাই।
আজি সুপ্ৰসন্ন আসি ভৈলেক গোসাই ॥
এহি বুলি গৃহে প্ৰবেশিলা দুয়োজন।
কিবা স্বৰ্গ ধৰণীত আচয় দুয়োজন ॥ ৩১২ ॥

পাচে নানা উপহাৰে যতন কৰিয়া।
ৰঙ্গে দুয়োজনে তাক ভুঞ্জিলা ৰমিয়া॥
পাছে মহা কৌতুকে ক্রীড়িলা নিসংশয়।
আছিলা তহিতে ৰঙ্গে দিনা কতিপয়॥ ৩১৩॥
আত অনন্তৰে কথা শুনা ঋষিগণ।
যেহেন কৰিলা সূর্য্যভানুৰ নন্দন॥
কন্যাক বোলয় যত নাহি কিছো কাজ।
যেনে তেনে তোমাৰ বাপৰ চলো ৰাজ॥ ৩১৪॥
এহি বুলি দুয়োজনে কথা স্তমৰিয়া।
ভুঞ্জিলেক অন্নজল প্রভাতে উঠিয়া॥
বান্ধিল ডাঙৰ ভুৰ মহানদী কাচে।
ভৰা দিলা তাত ৰত্ন হীৰা যত আছে॥ ৩১৫॥
সুবর্ণ মুকুতা মণি মাণিক যতেক।
ধৰে মানে প্রবন্ধে কৰিয়া ভৰাইলেক॥
আপোন থাকিয়ে আগ হোল (?) ভাল মতে।
যেন মতে কোন বৃষ্টি বাত প্রমাদত॥ ৩১৬॥
পাছে তাত দুয়ো উঠিলন্ত শুভক্ষণে।
মেলিলেক নাও খান ৰাজাৰ নন্দনে॥
বাউ বেগে চলে ভুৰ খৰোত্তৰ জলে।
দেখ নেদেখ কৰি যেন বাউ বলে॥ ৩১৭॥
এহি মতে নদীৰ উপৰে দুয়োজনে।
পাছে কন্যা কুমৰক বুলিলা বচন॥
শুনা এক কথা কহো তোমাৰ আগত।
আমাৰ নাহিকে দেখা সহায় লগত॥ ৩১৮॥
যদিবা দুই হানো আটস (?) নকৰহো।
যেনবা প্রমাদ জানো বাজিয়া মৰোহো॥

অগাধ জলত পড়িলেতো ত্ৰাণ নাই।
হেন জানি আত নিসংশয় নযুৱাই॥ ৩১৯॥
যদি মোৰ বোলে তুমি ধৰাহ সুন্দৰ।
কৰিবো সংশয় প্ৰভু ইহাৰ উপৰ॥
মই থাকো জাগি আৰ বাত বৃষ্টি চাই।
জগাইবো তেখনে যদি প্ৰমাদ মিলই॥ ৩২০॥
যদি মোৰ ঘুমতি আসয় মনোহৰ।
জাগিয়া থাকিবা তুমি ভুৰৰ উপৰ॥
এহি মতে কুমৰক কন্যায়ে বুলিলা।
হিত বাক্য শুনি তাঙ্ক প্ৰশংসা কৰিলা॥ ৩২১॥
বোলন্ত সুন্দৰি তুমি কৰিয়ো শয়ন।
দেখিয়োক ৰজনী কৰিছে আগমন॥
পছিম দিশত দিনকৰ ভৈল ক্ষয়।
ঘোৰ নিশা কিবা কৈত মিলয় প্ৰলয়॥ ৩২২॥
হেন জানি প্ৰাণেশ্বৰী ঘুমতি যায়োক।
নকৰি বিলম্ব মোৰ বোল কৰিয়োক॥
কুমৰৰ বাণী শুনি ৰাজাৰ নন্দিনী।
আথেবেথে শয়ন কৰিলা তেতিক্ষণ॥ ৩২৩॥
গৈলেক ঘুমতি ৰৰ ঘুঙ্গৰি পাৰয়।
পাছে যেন কথা ভৈল শুনা ঋষিচয়॥
আছে তাৰ পূৰ্ব্বৰ লিখিতা কপালত।
সুভুঞ্জিলে সিটো খণ্ডিবেক কেন মত॥ ৩২৪॥
সেহি থানে আছে মৎস্যগণ অদভুত।
মনুষ্যক পাইলে সিটো কৰয় ভুঞ্জিত॥
মৎস্যৰ কৰ্ণৰ ৰজ্জু আছে ভাল কৰি।
উৰুফাল কৰিয়া গলত লগাই জৰি॥ ৩২৫॥

টানিয়া জলৰ মাজে কৰয় ভোজন।
হেনয় অদভুত তাতে আছে মৎস্যগণ॥
সেহি ঠাই পাইলেক কুমৰ নিশাকালে।
আন আসৰিশ কথা নজানয় ভালে॥ ৩২৬ ॥
পাচে সেহি মৎস্যে উৰু ফাল কৰিলেক।
গলে জৰি লগাই তাক জলক নিলেক॥
পড়িল জলত ভুৰ গৈল বেগ ধৰি।
কত দূৰ পাইলা দেখ নেদেখজে কৰি॥ ৩২৭ ॥
ঘুমতি গৈলেক কন্যা ভুৰৰ উপৰে।
শুনা যি কৰিলে জল মাজে মনোহৰে॥
তীক্ষ্ণতৰ খাণ্ডা তাৰ কৰত আছয়।
কাটিলা মৎস্যক ৰজ্জু সমে মহাশয়॥ ৩২৮ ॥
গলৰ গুচিল ৰজ্জু, মুক্ত ভৈল তনু।
লাসে লাসে পাৰক পাইলেক যাই পুনু॥
উঠিলা তীৰত গয়া থিৰ নুহিকয়।
পাচে সিটো নিশাগোট বঞ্চিলন্ত তয়॥ ৩২৯ ॥
কৰিলা অনেক শোক সুমৰি কন্যাক।
বাতুল্যক শঙ্কা কৰি নিলিখিলো তাক॥
অনন্তৰে ৰাত্ৰি গুচি উদয় ভাস্কৰ।
দেখিলেক দশোদিশ সকলে কুমৰ॥ ৩৩০ ॥
হাতে খাণ্ডা ধৰি বীৰে চাইলা থিৰ হুয়া।
দেখে অৰণ্যক আছে চৌপাশে বেঢ়িয়া॥
মহা ঘোৰ অৰণ্য দেখিতে লাগে ভয়।
ব্যাঘ্ৰ সিংহ ভালুক মহিষ আছে তয়॥ ৩৩১ ॥
লাসে লাসে তাৰ মাজে কৰিলা গমন।
হৃদয় ভিতৰে ধৰি কৃষ্ণৰ চৰণ॥

পাচে তাক চৰাইয়া মুকল লভিলেক।
দেখে তাৰ মাজত ডাঙ্গৰ বৃক্ষ এক ॥ ৩৩২ ॥
সকল অৰণ্য তাৰ গন্ধে আমোদিত।
দেৱতাৰ ভূষণ দুৰ্লভ ধৰনীত ॥
সুগন্ধ মলয়া সিটো চন্দনৰ গাছ।
খিৰে খিৰে কুমৰে চাপিলা তাৰ কাচ ॥ ৩৩৩ ॥
সেহি গাছে পিপৰা আছয় বহুতৰ।
যেন কাল সৰ্প সিটো দেখি লাগে ডৰ ॥
দেখিল মাত্ৰকে ভস্ম হয় তেতিক্ষণ।
দেখি তাকে কুমৰে গুণিলা মনে মন ॥ ৩৩৪ ॥
অনুমানে জানে সিটো মলযা চন্দন।
ৰক্ষা কৰে সদা এহি পিপিলিকা গণ ॥
যদি আক আনো আত সংশয় আছয়।
এহি বুলি উপায কৰিলা মহাশয় ॥ ৩৩৫ ॥
কতো দূৰ অন্তৰি নিহালি চতুস্পাশ।
দেখে এক পশু ওচৰক লাগি আছে ॥
সুপ্ৰসন্ন ভৈল বিধি মনত বোলন্ত।
এহি বুলি বিদ্যুত সঞ্চাৰে চলিলন্ত ॥ ৩৩৬ ॥
তেতিক্ষণে কাটিলেক হাতে খাণ্ডা ধৰি।
পাচে তাক কান্ধে তুলি নৈলা ৰঙ্গ কৰি ॥
সেহি চন্দনৰ নিয়া গোৰে পিলাইলেক।
পুনু ঘসাই নিয়া কিছু দূৰত থৈলেক ॥ ৩৩৭ ॥
তৈৰ হন্তে আন্তৰি আছন্ত আন ঠাই।
উজৰিল পিপৰা পশুৰ গোন্ধ পাই ॥
গিৰ গিৰ কৰি ধৰি বাতি আসিলেক।
গৰ্ত্তৰ উপৰে এক গোট নথাকিলেক ॥ ৩৩৮ ॥

যতেকত পশু আছে দেখি পাইলা তাক।
গেৰা গেৰি কৰি সবে ধৰিলা খাইবাক॥
দূৰ হন্তে কুমৰে দেখিয়া আন ঠান।
গাছৰ নিকটে লৰ দিলা পাৰে মান॥ ৩৩৯॥
মহা বেগে উঠি এক ডাল কাটিলেক।
কান্ধে লৈয়া তেতিক্ষণে লৰৰ দিলেক॥
কত দূৰ যাই বীৰে চৌপাশে চাহিলা।
এগোট সন্যাসী বীৰে তথাতে দেখিলা॥ ৩৪০॥
লাসে লাসে তাৰ পাশ চাপিলা কুমাব।
দণ্ডবতে পৰিয়া কৰিলা নমস্কাৰ॥
পুনু উঠি কৰযোড় কৰি বসিলন্ত।
হেন দেখি সৈন্যাসী পুচিবে লৈলন্ত॥ ৩৪১॥
কোন তুমি কৈৰ হন্তে আসা ইটো ঠাৱ।
স্বপ্নতো নাহিকে তাৰ মনুষ্যক নাৱ॥
মহাঘোৰ অৰণ্য গহন আতিৰেক।
সিংহ ব্যাঘ্ৰ ইহাত যে আছয় অনেক॥ ৩৪২॥
কি কাৰণে ইহাত যে ফুৰা একেশ্বৰে।
যদি মনুষ্যৰ গন্ধ পাৱে নিশাচৰে॥
কদাচিতো নাহি আৰ ৰক্ষাৰ কাৰণ।
গোটা গোটি বান্ধে আত যোগধাৰী গণ॥ ৩৪৩॥
কোন তুমি ইঠায়ে আসিলা কোন কৰ্ম্মে।
ভাগ্যে ৰহিয়াছ এবে তোৰ নিজ কৰ্ম্মে॥
হেন শুনি কুমৰে বুলিলা আতিশয়।
কৰা মোক ৰক্ষা ইঠাৱত মহাভয়॥ ৩৪৪॥
তোমাৰ চৰণে হেৰা পশিলো শৰণ।
ইটো শঙ্কটত মোক কৰিয়ো ৰক্ষণ॥

একবাৰ তৰিলো পূৰ্ব্বৰ কৰ্ম্ম ফলে।
এহি বুলি পূৰ্ব্বাপৰ কহিলা সকলে॥ ৩৪৫॥
শুনি তাৰ বচন সন্যাসী হাসিলেক।
নকৰিবি সংশয়. কুমৰ কিঞ্চিতেক॥
আসা মোৰ লগত ভয়ক পৰিহৰি।
পঠাইবোহো দেশ পথ উপদেশ কৰি॥ ৩৪৬॥
যেন মতে নিৰ্ভয়ে পাইবাহা নিজ ৰাজ॥
তৰিবা দুৰ্গতি ইটো অৰণ্যৰ মাজ॥
এহি বুলি পাচে পাচে নিলা কুমৰক।
সোমাইলন্ত দুয়ো গৈয়া ঘোৰ অৰণ্যক॥ ৩৪৭॥
পাছে সেহি থানে ইটো সন্যাসী দুৰ্জ্জন।
ভৈলা ভয়ঙ্কৰ এক ব্যাঘ্ৰ তেতিক্ষণ॥
ঘোৰ নাদ কৰিয়া কুমৰক ধাৰ দিল।
দেখি ডেৰ দিয়া ধাৰে হুহকি ৰহিল॥ ৩৪৮॥
হাতে খাণ্ডা ধৰি তেতিক্ষণে খেদি যাই।
পেলাইলেক কাটি গাণ্ডি মুণ্ড বেলগাই॥
বিদ্যুত সঞ্চাৰ পাচে লৰৰ দিলেক।
কতো দূৰ হন্তে পালতিয়া চাহিলেক॥ ৩৪৯॥
নেদেখি কাহাকো শঙ্কা তেজি মনোহৰ।
ধীৰে ধীৰে চলিয়া গৈলেক একেশ্বৰে॥
কান্ধে চন্দনৰ ডাল হাতে খাণ্ডা খান।
একেশ্বৰে চলন্ত সহায় নাহি আন॥ ৩৫০॥
পাচে সিটো অৰণ্যৰ ওলাই দেখিলেক।
উদ্যান আৰাম যেন দেখিলা প্ৰত্যেক॥
তাক লাগি শীঘ্ৰ বেগে চলন্ত কুমাৰ।
দেখে আলি এক আছে মহা ভয়ঙ্কৰ॥ ৫৫১॥

জানিলা মনত আত মনুষ্য আছয়।
থিৰ ভৈলা হৃদয় গুচিলা শঙ্কা ভয়॥
পাচে সেহি আলি উঠি কৰিলা গমন।
চতুষ্পার্শে নিহালিলা ৰাজাৰ নন্দন॥ ৩৫২ ॥
কতো দূৰ গৈয়া প্ৰবেশিলা সিংহ দ্বাৰ।
মহা চিত্ৰ বিচিত্ৰ দেখিয়া জাতিষ্কাৰ॥
হীৰা মৰকত মণি মুকুতাৰ কাম।
বিশ্বকৰ্ম্মে নিৰ্ম্মিতা দেখিতে অনুপাম॥ ৩৫৩ ॥
কিঞ্চিতেকো নাহি দেখে প্ৰাণীৰ সঞ্চাৰ।
আথেবেথে কুমৰ পশিলা সেহি দ্বাৰ॥
তাক চড়াই যাহন্ত হৰিষ কৰি মন।
হাট এক দেখিলা চক্ষুৰ নিৰীক্ষণ॥ ৩৫৪ ॥
ক্ষুধায়ে তৃষ্ণায়ে পাৰ থিৰ নুহিকয়।
তেসে সমল লাগে কিছু নাহিকয়॥
মনত বোলয় তৈত ভুঞ্জো কিছু মাগি।
এহি মতে শীঘ্ৰ বেগে চলৈ তাক লাগি॥ ৩৫৫
প্ৰবেশিলা পাচে সেহি হাটক কুমৰ।
দেখে নানা বস্তু আছে দ্ৰব্য বহুতৰ।
যেহি বাঞ্ছা কৰে মনে আছয় হাটত।
কিনে বিকে বানৰ সকলে দোকানত॥ ৩৫৬ ॥
কুমৰক দেখি সবে বেৰিলেক ধৰি।
খাওঁ মাওঁ কৰে মুখ অঙ্গি ভঙ্গি কৰি॥
কৈৰ ইটো মনুষ্য আসিল কি কাৰণে।
মিলিল আহাৰ ভাল খাইবো ৰঙ্গ মনে॥ ৩৫৭।
সুকোমল তনু ইটো স্বাদ বহুতৰ।
এহি বুলি হাতে গলে ধৰি নিৰন্তৰ॥

আউৰ হাতে আউৰ নিবে অজোৰ মাৰিয়া।
তাৰে পৰা আউৰ গোট লৈ যায় টানিয়া॥ ৩৫৮॥
এহিমতে টনাটনি কৰে কুমৰক।
নখঘাৱে ৰুধিৰে তিয়াইলা শৰীৰক॥
চেতন হৰিলা গায় থিৰ নাহিকয়।
যেন বৰ বতাসতে কদলি কম্পয়॥ ৩৫৯॥
পাচে এক ভয়ঙ্কৰে বানৰে দেখিলা।
সবাৰো হাতৰ পৰা কাঢ়িয়া আনিলা॥
বাউ বেগে লৈয়া গৈলা নৃপতিৰ ঠাই।
বিদূৰত থৈয়া তাক কহিলেক যাই॥ ৩৬০॥
কৰযোৰে বুলিলন্ত নমস্কাৰ কৰি।
এগোট মনুষ্য পাই আনি আছো ধৰি॥
কৈৰ হন্তে আসি আছে নজানোহো তাক।
সকলে বানৰে দেখো নেই ভুঞ্জিবাক॥ ৩৬১॥
অগম্য থানত তাক পায়া প্ৰজাগণ।
আউৰ আউৰে কাঢ়িনেই খাইবাৰ কাৰণ॥
অদভুত মনুষ্য দেখিলো মই গৈয়া।
আনিয়াছো সবাহাৰ হাতৰ কাঢ়িয়া॥ ৩৬২॥
শুনিয়া নৃপতি আজ্ঞা দিলে আনিবাক।
কৰিলেক বহু ৰঙ্গ দেখিয়া তাহাক॥
আপোনাৰ নিকটে বসাইলা ততকালে।
দেখিলা ৰাজাক সূৰ্য্য ভানুৰ ছৱাল॥ ৩৬৩॥
পৰম সুন্দৰ দেহা মাৰ্ত্তণ্ডৰ নয়।
নোহন্ত বানৰ সিটো মনুষ্য নিশ্চয়॥
বসি আছে সিংহাসনে যেন শশিপতি।
থান থান প্ৰকাশয় সূৰ্য্যৰ জেৰতি॥ ৩৬৫॥

মহা চিত্র বিচিত্র ছত্রক উপৰত।
ঝলকিত ৰত্ন মণি মুকুতা মৰকত॥
সূৰ্য্য যেন প্ৰকাশয় কিৰিটি শিৰত।
আতি জ্যোতিৰ্ম্ময় দুই কুণ্ডল কৰ্ণত॥ ৩৬৫ ॥
হীৰা মণি মাণিক মুকুতা হেম হাৰ।
নানা বৰ্ণে হৃদয় দেখিয়া জাতিস্কাৰ॥
সুবৰ্ণৰ টাৰ খাৰু হাতৰ কঙ্কণ।
আঙ্গুলি উঝস্তি যেন জলে তাৰা গণ॥ ৩৬৬ ॥
আনো নানা অলঙ্কাৰে দেখি জ্যোতিৰ্ম্ময়।
চৌপাশে আবৰি কপি সেনায়ে আছয়॥
হেন মতে নৃপতিক দেখিয়া কুমৰে।
ভেটিলেক সেহি চন্দনক লৈয়া কৰে॥ ৩৬৭ ॥
নমস্কাৰ কৰি বসিলন্ত নিকটত।
পাচে ৰাজা বুলিবে লাগিলা কুমৰত॥
কোন তুমি কৈৰ হন্তে আসিলা ইঠাই।
কিবা নাম তোমাৰ কোন বাপ মায়॥ ৩৬৮ ॥
কিবা তুমি দানব অসুৰ নিশাচৰ।
পিশাচ ভৈৰৱ কিবা নাগেৰ কুমাৰ॥
কিবা দেৱ মনুষ্য গন্ধৰ্ব্ব কিবা তুমি।
কোনবা কাৰণে আসি আছা ইটো ভূমি॥ ৩৬৯
নিচয় কৰিয়া কহিয়োক এতিক্ষণে।
হেন শুনি বুলিলন্ত ৰাজাৰ নন্দনে॥
শুনা মহাৰাজা মোৰ কহিবো কাহিনী।
স্বৰূপ কহিবো নুবুলিবো মিছা বাণী॥ ৩৭০ ॥
কানৌগিৰি নগৰত সূৰ্য্যভানু মহিপাল।
নামে মনোহৰ আমি তাহান ছৱাল॥

যি কৰি ইঠায়ে আসিলোহো নৰেশ্বৰ।
এহি বুলি কহিলা সকলে পূৰ্ব্বাপৰ॥ ৩৭১॥
শুনি হেন ৰাজা দুনাই বুলিবে লাগিলা।
তোৰে মোৰে একে কাৰ্য্য কিচুনৰ লীলা॥
আমাৰ কাৰণ শুনা ৰাজাৰ নন্দন।
যেন মতে ইথায়ত ভৈলো উপসন॥ ৩৭২॥
পূৰ্ব্ব দেশে আছে এক কৰ্ণাট নগৰ।
যেন অম্রাৱতী পুৰ আতি ৰুচিকৰ॥
হাটী বাটী পদুলি পৰম সুশোভন।
আতি সুখী হোন্ত তাৰ যত প্ৰজাগণ॥ ৩৭৩॥
নাহিকে ডকাইত চোৰ টেণ্টন দুখিত।
ধনে জনে আঢ্যৱন্ত সবে সুপণ্ডিত॥
নাহি পাল পঞ্চ কিচু সুখে বহি খাই।
হেন মতে প্ৰজা সবে বসে ঠাই ঠাই॥ ৩৭৪॥
সেহি নগৰত নীলকেতু নৰেশ্বৰ।
অম্রাৱতী নগৰত যেন পুৰন্দৰ॥
আছে এক ভাৰ্য্যা তান পৰম সুন্দৰী।
আতি পতিব্ৰতা যেন সীতা মন্দোদৰী॥ ৩৭৫॥
তাহানে তনয় মোৰ পিতা ৰঙ্গসেন।
আতি বৰ স্নেহত বাঢ়িলো প্ৰাণ যেন॥
যি কৰি ইঠায়ে আমি আসো শুনা তাক।
সুবুলিবো অন্যথা স্বৰূপ মোৰ বাক॥ ৩৭৬॥
এক দিনা পুষ্প বনে কৰিলো গমন।
পৰম বিশ্বাস সিটো স্থান সুশোভন॥
নানা পুষ্পচয় ফুলি আছে অনুপাম।
একো একো কৰি কহো শুনা তাৰ নাম॥ ৩৭৭॥

সেৱতি মালতি জাঁই কেতেকী টগৰ।
পাৰিজাত মকৰা লৱঙ্গ কচিকৰ॥
শেৱালী নেয়ালী ৰঙ্গা মালী কুন্দ মালী।
সূৰ্য্যকান্তি চন্দ্ৰকান্তি দৱনা গুটিমালী॥ ৩৭৮ ॥
কাঞ্চন মধাই যূঁথি বন্দুলি শিৰীষ।
মণিৰাজ চন্দ্ৰকান্তি দেখিয়া হৰিষ॥
আনো নানা পুষ্প তাহাতে আছয়।
নকৰিলো পদ আৰ বাহুল্যক ভয়॥ ৩৭৯ ॥
মোমাইৰ তনয় এক আছে মোৰ সখী।
প্ৰাণ উচৰ্গিতে পাৰো মই তাক লখি॥
তাহানে সহিতে প্ৰবেশিলো সেহি বন।
ফুৰো ঠাই ঠাই তাত হুয়া ৰঙ্গমন॥ ৩৮০ ॥
নানা পুষ্প তুলি দুয়ো পিন্ধো মুণ্ড গায়ে।
এগুটি সুন্দৰী নাৰী দেখিলো সিথাৱে॥
যেন অপেস্বৰী অঙ্গে খতি খুন নাই।
ফুৰে পুষ্প বনে বনে লাহাৰি খেলাই॥ ৩৮১ ॥
সঘনে মুচুকি হাঁহি কটাক্ষে চাহান্ত।
পুষ্প পিন্ধিবাৰ চলে কুচ দৰশান্ত॥
থিৰ নোহে খানিকো কৰয় ভঙ্গি ভাৱ।
কতো বেলি শৰীৰৰ বস্ত্ৰ নেই বাৱ॥ ৩৮২ ॥
বেক্ত হোৱে অঙ্গ লাজ হুয়া থাকে বসি।
আনোবেলি আগ পাচ চায়ো হাসি হাসি॥
তাইক দেখি অনঙ্গে পীড়য় মোৰ মন।
আঁৰ হুয়া লাসে লাসে কৰিলো গমন॥ ৩৮৩ ॥
বিদূৰত সখীক থৈলোহো আঁৰ কৰি।
পাছ হস্তে কৰত ধৰিলো দৃঢ় কৰি॥

সমুখ কৰিয়া বোলো কহিব সুন্দৰী।
কোন তই পুষ্প বনে ফুৰা কেনে কৰি॥ ৩৮৪ ॥
আৰিমুৰি কৰে কন্যা নেদন্ত সিধান্ত।
অধোমুখ হুয়া মহা লাজে বসিলন্ত॥
হেন দেখি আমাৰ আতুৰ কামে মন।
কোলে কৰি আলিঙ্গিয়া কৰিলো চুম্বন॥ ৩৮৫ ॥
পুৰিলে মদন ৰঙ্গে তাহান ভিতৰে।
বাজ ভৈল হিয়াৰ মদন পাঞ্চ শৰে॥
ৰতি খেলে বিদগধ সিটো কন্যাজন।
নানা বন্ধে ধৰি সন্তোষিল মোৰ মন॥ ৩৮৬ ॥
পুনৰপি তাইক মই নিব খোজা ঘৰে।
পাছে কন্যা বুলিবাক লাগিলা সাদৰে॥
এড়া মোক প্ৰাণেশ্বৰ বল্লভ তুমি এথা।
কদাচিতো তোমাত নচাৰে মোৰ বেথা॥ ৩৮৭ ॥
তভো তোমাসাৰ ঘৰে নোৱাৰো যাইবাক।
স্বৰূপে কহিলো নিবে নোৱাৰো তোমাক॥
আমি দেৱ কন্যা তোক দেখি গৈল মন।
সিকাৰণে আসিলোহো ইটো পুষ্প বন॥ ৩৮৮ ॥
পুৰিল মদন মোৰ শান্তি ভৈল মতি।
যাইবোহো স্বৰ্গক এথা কহিলো সম্প্ৰতি॥
সাগৰৰ সিপাৰে আমাৰ ক্ৰীড়া স্থান।
স্বৰ্গ হন্তে সখী সব কৰোহো পয়ান॥ ৩৮৯ ॥
স্নান পান কৰি সবে পুনৰপি চলো।
বৰিষৰ অন্তৰে আসি তাহাতে উমলো॥
এহি বুলি কন্যা তথা ভৈলা অন্তৰ্দ্ধান॥
নেদেখিয়া ভৈলো পাছে বাতুলৰ আন॥ ৩৯০ ॥

নাহি শ্ৰুতি বুদ্ধি মোৰ জ্বলে কাম জুই।
কন্যাক বিচাৰি ফুৰো বিয়াকুল হই ॥
খনো উঠে খনো বৈসে ঠিক নোহে আতি।
দুয়ো সখি বিচাৰিলো বনৰ চৌভিতি ॥ ৩৯১ ॥
নাপাই দুখে কষ্টে প্ৰবেশিলা নিজ ঘৰে।
কাহাতো নোবোলো লাজে ইসব উত্তৰ ॥
আলচহো দুয়ো সখি ৰহস্য থানত।
জানো কোনে কথা কৰে বাপত মাৱত ॥ ৩৯২ ॥
এহি শঙ্কা কৰি মনে দিনা দশ অন্তে।
বাজ ভৈলো ৰাতৃ দুয়ো মন্দিৰৰ হন্তে ॥
শতেক উত্তম ভৃত্য বাচি বাচি লৈলো।
বস্ত্ৰে অলঙ্কাৰে তাক ভূষণে ভূষিলো ॥ ৩৯৩ ॥
মনে মনে নৌকা এক লৈলো ভাল চাই।
নানা বস্তু দ্ৰব্য তাত থৈলোহো ভৰাই ॥
ভুঞ্জিবাক লাগি যেন সবে পাই তাত।
একো একো কৰি ভৰা দিলোহ সাক্ষাত ॥ ৩৯৪ ॥
এহি মতে সবে বস্তু শতেক লোকৰ।
নিবন্ধ কৰিয়া থৈলো চতুৰ্থ মাসৰ ॥
আনো নানা ৰত্ন হীৰা মণি মুক্তাচয়।
দিলো ভৰা নিশা কালে দূৰ কৰি ভয় ॥ ৩৯৫ ॥
শুভক্ষণে সাগৰত মেলিলোহো নাৱ।
উচৰিয়া ৰাম কৃষ্ণ গোবিন্দ মাধৱ ॥
এহিমতে সবে লোকে নিশা কালে উঠি।
লাসে লাসে চলো ৰাতৃ ধৰি বৈঠা মুঠি ॥ ৩৯৬ ॥
অনন্তৰে নিশা গুচি উদয় ভাস্কৰ।
বিদিশ দিশক দেখিলোহো নিৰন্তৰ ॥

দেখিলো সাগৰ মহা অগাধ জলক।
জল উৰ্ম্মি দেখি লাগে চক্ষুত জমক ॥ ৩৯৭ ॥
ইকূল সিকূল নাই চক্ষুৰ গোচৰ।
সকলে জগত দেখি জল নিৰন্তৰ ॥
একো বজোৱাৰ উঠে পৰ্ব্বত আকাৰ।
হিন্দোলা হিন্দোলে ঢউ আছয় অপাৰ ॥ ৩৯৮ ॥
তাহাৰ কহ্লোল শুনি কৰ্ণে মাৰে তাল।
কুম্ভীৰ মগৰ তাত কৰে উৰুফাল ॥
সীমা সংখ্যা নাই মৎস্য কৎচ্ছপ যতেক।
তাক দেখি কোন জনে ভয় নুহিবেক ॥ ৩৯৯ ॥
সেহি জল উপৰে ফুৰোহো আমি নাৱে।
সাগৰ মধ্যক লাগি নিলে তাক বায়ে ॥
আত অনন্তৰে শুনা ৰাজাৰ তনয়।
যাৰ যেন পূৰ্ব্বে লিখা কোনে নিবাৰয় ॥ ৪০০ ॥
এহি মতে আছো যেবে সাগৰ মধ্যত।
নৌকাচয় দেখিলোহ চক্ষু গোচৰত ॥
তাক দেখি মনত আমাৰ ৰঙ্গ ভৈল।
বোলে কৃষ্ণ কৃপা সেৱা সেৱা লাগি নৈল ॥ ৪০১ ॥
আমাৰ নাহিকে আৰ কিঞ্চিতে সহায়।
হেন জানি সুপ্ৰসন্ন ভৈলন্ত যদুৰাই ॥
অন্যে অন্যে আছে হেন বোলা বুলি কৰি।
খানিকতে দেখো আসি বেঢ়িলে আবৰি ॥ ৪০২ ॥
চোট চোট নৌকা সব লৈয়া বায় বেগে।
একো একো নাৱে তিনি চাৰি আছে লগে ॥
দেখিতে লাগয় ডৰ বিকট আকাৰ।
বেঙ্কা বেঙ্কি থুলন্তৰ যেহেন আকাৰ ॥ ৪০৩ ॥

হাতত টাঙ্গন লৈয়া চৌপাশে বেঢ়িয়া।
অনেক প্ৰহাৰ কৰে আমাক ধৰিয়া॥
লুৰি পুৰি কৰিলে সকলে ৰণ্ডভণ্ড।
ভাগিল কঙ্কাল কাৰো প্ৰহাৰে প্ৰচণ্ড॥
কাৰো হাত ভৰি-ভাঙ্গি চৌষাঙ্গি ভৈলেক।
বান্ধি বান্ধি সবাকে ধৰিয়া আনিলেক॥
এখান পৰ্ব্বত বৰ আছে তাৰ কাছে।
সবাকে তুলিল তাৰ উপৰত পাছে॥ ৪০৫॥
তাহাৰ উপৰে আছে এক নিশাচৰ।
মহা ভয়ঙ্কৰ ৰূপ দেখি লাগে ডৰ॥
আঙ্গাৰ সদৃশ দেহা যেন দন্ত আখি।
জক জক দন্ত কষে গৰ্ত্ত দুই দেখি॥ ৪০৬॥
লহ লহ জিহ্বা কৰে টোপে পৰে পানী।
ভিন্দাকাৰ পেটক দেখিলে হৰে বাণী॥
হেন অদভুত ৰূপে আছয় বসিয়া।
হাজাৰেক মানে লোকে আছয় বেঢ়িয়া॥ ৪০৭॥
মনুষ্যক দেখিলে তেখনে সিটো খাই।
তাৰো অধিপতি সিটো কাকো শঙ্কা নাই॥
যত যত সদাগৰ পড়ে সাগৰত।
লুৰি পুৰি এহি মতে সবে কৰে হত॥ ৪০৮॥
ঠাই ঠাই পৰি আছে হাড় মুণ্ড যত॥
পৰ্ব্বত আকাৰ তাৰ লেখা কৈবো কত॥
সেহি ৰাক্ষসৰ আগে যোগাইয়া আমাক।
দেখি সিটো খল খলি লৈলে হাসিবাক॥ ৪০৯॥
সবাহাকে বাটি দিল এক এক কৰি।
মোহোকে সখিকে নিলে অভ্যান্তৰ কৰি॥

আছে জীউ এক তাৰ ভয়ঙ্কৰ কাই।
খাইবে লাগি আমাক ভেণ্টাইলে তাইৰ ঠাই ॥ ৪১০ ॥
দেখি ৰাক্ষসীয়ে পাছে বুলিলা বচন।
ভাল কোমল তনু ইটো দুই জন ॥
বৰ স্বাদ পাইবো আক ভোজন কৰিয়া।
এখনে ইহাক গৰালত থৈয়ো নিয়া ॥ ৪১১ ॥
হেন যেবে আদেশ কৰিলা নিশাচৰী।
থৈল আমাসাক নিয়া গৰালত ধৰি ॥
পাছে তাই ৰহস্যে পঠাইলা মোক বুলি।
তাক দেখি মোৰ কাম বাঢ়িল সমুলি ॥ ৪১২ ॥
সুৰতি খেলিতে মোৰ ইচ্ছা তাৰ সঙ্গে।
আজি ৰাতি থাকোক মনত বৰ ৰঙ্গে ॥
নিশা কালে যাইবো মই তাহাৰ কাষক।
এহি বুলি মৎস্য মাংস বিস্তৰ দিলেক ॥ ৪১৩ ॥
নানা উপহাৰ দিলে খাইবাৰ লাগিয়া।
খাইবে চাৰি দিনে তাকে মৰোহো দেখিয়া ॥
মহা ভয় হুয়া তথা আছো দুয়ো জন।
অনন্তৰে ৰাত্রি আসি ভৈল উপসন্ন ॥ ৪১৪ ॥
মধ্য নিশি ভাগে আসিলেক নিশাচৰী।
আপুনাৰ বেশে পাৰেমানে কাচি পাৰি।
কুটুলা কুটুলি কেশ থিয় কৈল জুৰ।
মুখে নাকে ঢাকি তাই ঘসিলে সিন্দুৰ ॥ ৪১৫ ॥
ঠাই ঠাই তাতে কাজলৰ ৰেখা দিল।
লাওখোলাচয় আৰি গলত গান্থিল।
ভেঙ্গৰা ভেঙ্গুৰ হাত পাৱ নিৰন্তৰ ॥
থল কটি মাজে আছে আঠুৰ উপৰ ॥ ৪১৬ ॥

আতি বৰ ডাঙ্গৰ দীঘল দুই স্তন।
নাহিকে তাহাত আৱৰণ একখান॥
আক্ষি আছে তাক তাই কাজলে ধৰলে।
দেখিলে মাত্রকে শ্রুতি হৰয় কেৱলে॥ ৪১৭॥
হেন বেশে আসিলেক আমাসাৰ ঠাই।
চুৰুতি উড়িল মোৰ চকু মেলি চাই॥
মহা ভয় হুয়া অধো মুখে ৰৈলো বসি।
সঙ্গমক লাগি পাছে ধৰিলেক আসি॥ ৪১৮॥
আলিঙ্গন কৰি মুখে কৰিলা চুম্বন।
আতি বৰ ভয়ে নচলয় মোৰ মন॥
একো মতে সন্তোষ নভৈল তাৰ মতি।
মহা ক্রোধ কৰি পাছে গৈল নিজ ভিতি॥ ৪১৯
আদেশিল প্রভাততে ৰাক্ষস চাৰি জন।
পুন সখি সমে মোক কৰিল বন্ধন॥
দণ্ড চাৰি অন্তেত পৰ্ব্বত গহ্বৰত।
একে গাছ লোহা দিলে দুইৰো পাৱত॥ ৪২০॥
গলত দিলেক মোৰ কুন্দা ভয়ঙ্কৰ।
আগে থৈল অন্ন মদ্য মাংস বহুতৰ॥
পাছে নিশাচৰে চাৰি আসিলেক ঘৰ।
মহা দুখে ভুঞ্জি আছে নিকাৰ বিস্তৰ॥ ৪২১॥
জীৱাক কাৰণে খায়ো কিছু কিছু অন্ন।
হাত পাৱ ভৈল সৱে তঙ্গন তঙ্গন?॥
মাংস মানে খসি গৈল চক্ষু দন্ত জল।
জক জক কৰি হাড় ওলাইলে কেৱলে॥ ৪২২॥
তেজ বল মাংসৰ দুখত নোলায় বাণী।
শৰীৰত আছয়ে কেৱল প্রাণ খানি॥

হেন মতে আছো পাছে তাতে দুয়ো সখী।
চাহিবে লাগিয়া কেহো নাসিল উপেখি ॥ ৪২৩ ॥
পাছে আলোচিলোহো তথাতে দুয়ো সখী।
অত দিন আছোহো ভয়ে ৰাক্ষসক লখি ॥
পুনৰপি আমাক নকৈল বিচাৰণ।
এতেকে পলাইবে লাগি কৰোহো যতন ॥ ৪২৪ ॥
এহি বুলি আমি মন কৰিলো নিচয়।
এখানি কটাৰি মোৰ গুপুতে আচয় ॥
অল্প অল্প কৰি দিনা কতিপয় অন্তে।
ছেদিলো লোহাক পাছে শৰীৰৰ হন্তে ॥ ৪২৫ ॥
সখি ভৈলা মুক্ত মোৰ কুন্দা আছে গলে।
তাকো সখি সেহি মতে ছেদিলা কেৱলে ॥
কতো দিনা অনন্তৰে মুক্ত ভৈলো যেবে।
টগবগ কৰি মই উঠিলোহো তেবে ॥ ৪২৬ ॥
পুনৰপি ঢাত কৰি ভূমিত পৰিলো।
চেতন হৰিল গাৰ মূৰুচিত ভৈলো ॥
মাথাত ঢালয় পানী সখি দুখ মনে।
লাসে লাসে চেতন লভিলো কতোক্ষণে ॥ ৪২৭ ॥
দিন দশ অন্তে পাছে স্বস্থ ভৈল গাৱ।
ধীৰে ধীৰে দুয়োজনে চলাইলোহো পাৱ ॥
খাইবাক লাগিয়া কিছু নাহিকে লগত।
সেহি মতে প্ৰবেশিলো ঘোৰ অৰণ্যত ॥ ৪২৮ ॥
নাজানিয়া দিন ৰাতি নাকলি সূৰ্য্যক।
কোনো কোনো ঠাইত দেখো অগাধ জলক ॥
সান্তৰিয়া তাহাক গৈলোহো দুয়োজনে।
কোনো ঠাইত পঙ্কে পঙ্কে কৰোহো গমন ॥ ৪২৯ ॥

তাক তৰি কতো বেলি পাৱো বৰ বাম।
ভাগৱত সকলে শৰীৰে বহে ঘাম॥
এহি মতে দিনা পাঞ্চ দশ ভ্ৰময়াতে।
আত অনন্তৰে কথা শুনিয়োক তাতে॥ ৪৩০ ॥
পাচে প্ৰবেশিলো বৰ মুকল এখান।
জিৰাইবাক লাগিয়া বসিলো সেহি থান॥
আতি দুখে শ্ৰমে তথা আছো দুয়োজনে।
এক ব্যাঘ্ৰে সখিক নিলেক তেতিক্ষণে॥ ৪৩১ ॥
মহা ভয় পায়া মই লৰৰেক দিলো।
আগ পাছ নচাই ঘোৰ অৰণ্যে পশিলো॥
তৈৰ হন্তে আসি পাইলো এহি নগৰক।
দেখিলো অনেক পাচে বানৰ কতক॥ ৪৩২ ॥
পূৰ্ব্ব কৰ্ম্ম আছে মোৰ বিধিৰ লিখিত।
কোনো তাক খণ্ডাইবাক আচয় শকট।
পাছে মোক সকলো বানৰে দেখিলেক।
সবে যুক্তি কৰিয়া কৰিলে অভিষেক॥ ৪৩৩ ॥
ৰাজা পাতি সেৱা কৰিলেক সৰ্ব্বজনে।
এহি মতে আছো ভোগ্য কৰিয়া এথানে॥
এহি মোৰ বৃত্তান্ত শুনিলা মনোহৰ।
এহিবুলি ৰাজা তাঙ্ক নিলা অভ্যন্তৰে॥ ৪৩৪ ॥
স্নান পান কৰাইলন্ত নানান প্ৰকাৰে।
দিনা চাৰি ৰাখিলন্ত কৰি সতকাৰে॥
পাচে এক গোটা ঘোড়া আনি দিলা তাক॥
লগত দিলন্ত আৰু অনেক বানৰ॥ ৪৩৫ ॥
আপোনাৰ দেশৰ অন্তত থৈবে লাগি।
চলিল কুমৰ পাছে বিদায়ক মাগি॥

নমস্কাৰ কৰি উঠিলন্ত সোহি ঘোড়ে।
বিদ্যুত সঞ্চাৰে চলে বায়ে নোহে জোৰে॥ ৪৩৬ ॥
লগে বানৰক যাই সহায় ভজিয়া।
বৎসৰৰ পথ পাইলা দিনেক যাইয়া॥
নিজ দেশ সীমা জানি নামিল ঘোৰাৰ।
পালটি আসিল যত কপি পুনৰ্ব্বাৰ॥ ৪৩৭ ॥
ঘোটকৰ নামি পাছে ৰাজাৰ নন্দন।
ধীৰে ধীৰে পুনৰপি কৰিলা গমন॥
শুনা মহাজন মধু মালতিৰ পদ।
নাৰীৰ কাৰণে দেখা যিমত আপদ॥ ৪৩৮ ॥
নাহি সুখ-শান্তি দেহা ভৈল চাৰখাৰ।
হেন জানি বিষয়ৰ এৰিযা আশাৰ॥
যত দেখা পুত্ৰ ভাৰ্য্যা সম্পদ যতেক।
কদাচিতো আক হন্তে সুখ নুহিবেক॥ ৪৩৯ ॥
এতেকে কুৎসিত ইতো সমস্তকে জানি।
বোলা ৰাম ৰাম সবে উচ্চ কৰি বাণী॥ ৪৪০ ॥

## দুলড়ী

লোমস বদতি শুনা ঋষি গণ
পাছে যেন কথা ভৈল।
ঘোটকৰ হন্তে নামি মনোহৰ
যেবে বনে বনে গৈল॥
পৰম দুৰ্ঘোৰ গহন অৰণ্য
মনুষ্যৰ শঙ্কা নাই।

সিংহ ব্যাঘ্র মৃগ বৰাহ ভালুক
প্ৰেত পিশাচৰ ঠাই ॥ ৪৪১ ॥
মহা দুখে কষ্টে ধীৰে ধীৰে তাত
.গৈলা সূৰ্য্য ভানু সুত।
ই কথা থাকোক অনন্তৰে শুনা
পাচৰ যেন প্ৰস্তুত ॥
যেবে সিটো নিশা নদীৰ উপৰে
বেগে গৈল ভুৰ খান।
ঘুমটিত কন্যা আছয় তাহাতে
নাহিকে চেতন জ্ঞান ॥ ৪৪২ ॥
ইহাৰ কাৰণ নজানিল তাই
উঠি একেশ্বৰে গৈল।
অনন্তৰে পাচে পুহাইল ৰজনী
উদয় আদিত্য ভৈল ॥
খকমক কৰি উঠিলা সুন্দৰী
দেখন্ত নাহি কুমৰ।
আকাশী সৰগ যেহেন পড়িল
কন্যাৰ মাথা উপৰ ॥ ৪৪৩ ॥
হাকুল ব্যাকুল কৰি যেবে প্ৰেমা
উঠিলন্ত তাৱক্ষণে ॥
ভুৰৰ চৌপাশে বিত বিত কৰি
বিচাৰে মেলি নয়নে ॥
নাপাইলা কৈতো শোকাকুল থৈতো
পড়িলা মূৰ্চ্ছিতা হুয়া।
কতোবেলি হন্তে উঠিলন্ত পাছে
কিছু সন্ধুক্ষণ হুয়া ॥ ৪৪৪ ॥

দেখে অন্ধকাৰ সুমৰি তাহাৰ
. সিটো গুণৰূপ চয়।
ঘনে ঘনে শোকে দিবয় জমক
সকলে অঙ্গ দহয়॥
দেখে আৰ কেহ সহায় নাহিকে
অগাধ জল উপৰে।
আবে কৈক যাইবো নপাস্ত উপাই
কোনে মোক ৰক্ষা কৰে॥ ৪৪৫॥
এহি বুলি পাছে জুৰিলা ক্রন্দন
মহা শোকে দুখে তাই।
হা প্রাণ নাথ কৈক লাগি গৈলা
অনাথ কৰি পেলাই॥
মায় বাপ মোৰ সোদৰ বান্ধব
নাহি ইষ্ট বন্ধু জন।
সকলে সম্বন্ধ তোমাতে ঘটালো
আবে গৈল কোন ক্ষণ॥ ৪৪৬॥
ঘোৰ ৰাক্ষসক বধি প্রাণ নাথ
আনিলা মোক মেলাই।
এতি ক্ষণে প্রভু অনাথ কৰিয়া
কহিত আছা লুকাই॥
তুমি হেন স্বামী কোন জন্মে পাইবো
বিচাৰি নপায়ো মনে।
সুচান্দ বদন নিৰেখিয়া কাৰ
মাতিবোহো সৰ্ব্বক্ষণে॥ ৪৪৭॥
কোন প্রাণেশ্বৰী বুলি ৰঙ্গ কৰি
মাতিবে মোক সদাই।

কাৰ মুখ ভৰি কৰিবো চুম্বন
সুমৰিতে ধাতু যাই ॥
কোলাত তুলিয়া আনন্দ কৰিয়া
বান্ধিবেক খোপা কোনে।
মুখে মুখে কোনে খুৱাইবে কর্পূৰ
গুণি নপাৰো তাক মনে ॥ ৪৪৮ ॥
কোন জনে মোক আলিঙ্গি থাকিবে
জুৰায়োক হৃদয় বুলি।
হা প্রাণেশ্বৰী বুলি মাতিবেক
কাক লৈবো কোলে তুলি ॥
কাহাৰ চৰণ ঝাম্ভিবো সদাই
পিন্ধাইবো কুসুম হাৰ।
কাৰ মুখ চাই হাসিবো সদাই
বিচাৰি নপায়ো পাৰ ॥ ৪৪৯ ॥
কিনো কুলক্ষণী পৰম দুর্ভাগী
মই মহা মন্দমতি।
হাতৰ মাণিক পায়া হৰুৱাইলো
দিবে আবে কোনে মাতি ॥
জানিলো মোহোৰ আছে কর্ম্ম দোষ
তাতো বিড়ম্বিলে বিধি।
এখনে আছিলো কহিত লুকাইলা
মোৰ গুণ নয়নিধি ॥ ৪৫০ ॥
ইটো মোৰ দেহা আছে কিবা ৰহে
সকল মোৰ প্রাণে।
কেনে যম ৰাই লিখনক চাই
নেলেখিলা ইটো খণে ॥

কি সুখে বঞ্চিবো কহিত থাকিবো
তাহাৰ নেদেখো উলি।
বিষ বহ্নি খাই জলে জাম্প দিয়া
মৰিবো আবে সমুলি ॥ ৪৫১ ॥
হা প্ৰাণেশ্বৰ গুণেৰ সাগৰ
কৈত আছা লুকি দিয়া।
দাসী হুয়া তয়ু পদ সেবি থাকো
মোক কৈত লাগি নিয়া ॥
সোণাৰ পুতলি পাইবো কত বেলি
নেদেখি বিকলে মৰো।
কোন জনে আনি দিবে প্ৰাণ খানি
তাহাৰ চৰণে ধৰো ॥ ৪৫২ ॥
নসহে হৃদয় বিৰহে দহয়
শোক সমুদ্ৰত পড়ি।
ৰূপে গুণে তোৰ ঢৌয়ো বজোৱাৰ
ভৈলো তাতে ফুৰো ছাৰি ॥
পাতিলো যতনে ভাল হাট খানি
বেসাবে নপাইলো তাক।
কি মোৰ কৰমে কৈল বিড়ম্বন
বিধিৰ কিনো বিপাক ॥ ৪৫৩ ॥
এহি মতে নানা গুণক বৰ্ণাই
কান্দন্ত ৰাজ কুমাৰী।
বাহুল্যক ডৰে সিসব কথাক
কহিবে আতি নোৱাৰি ॥
শুনা সৰ্ব্বজন কৰি এক মন
দেখা কেন গৃহ বাস।

কৈত আছে সুখ সৰ্ব্বদায়ে দুখ
জানি তেজা আৰ আশ ॥ ৪৫৪ ॥
পুত্ৰ ভাৰ্য্যাচয় সবে মায়াময়
জলৰ যেহেন ৰেখা ।
মিছা পাশ ধৰি জড়পূৰ কৰি
বান্ধিছে তেভু নেদেখা ॥
হেন জানি আত নকৰা সঙ্গাত
দুখৰ মন্দিৰ জানি ।
পৰলোক ধন কৃষ্ণৰ চৰণ
ধৰিয়ো গুঢ় কাহিনী ॥ ৪৫৫ ॥
ইহেন শৰীৰ সেস্থৰে নপাইবা
অনেক যতন কৰি ।
জীৱন চঞ্চল পদ্ম পত্ৰ জল
কেতিক্ষণে যাই মৰি ॥
হেন জানি ৰাম নাম দাঠ কৰি
সুদৃঢ় বিশ্বাসে ধৰা ।
তেজি আন কাম বোলা ৰাম ৰাম
সুখে সংসাৰক তৰা ॥ ৪৫৬ ॥

## পদ

এহি মতে কন্যা যেৰে বিস্তৰ কান্দিলে ।
মহা শোকে পুনৰ্ব্বাৰ বিমূৰ্চ্ছিত ভৈলা ॥
কত বেলি থাকি দুনাই পাইলন্ত চেতন ।
অতি দীৰ্ঘ ৰায় দিয়া কৰন্ত ক্ৰন্দন ॥ ৪৫৭

নথাকয় থিৰে দেহা মৰমে দহয়।
উঠন্তে বসন্তে একো মতে শান্ত নাই॥
হেন মতে ভুৰৰ উপৰে কন্যা যেবে।
একেশ্বৰে লৈয়া যান্ত খৰতৰ বেগে॥ ৪৫৮॥
নিমিষেকে নেদেখিয়া চক্ষুৰ গোচৰে।
এহি মতে চলি যান্ত নদীৰ উপৰে॥
ইকথা থাকোক আবে শুনা পাচ কথা।
মনোহৰ কুমৰৰ যি ভৈল অৱস্থা॥ ৪৫৯॥
ঘোৰাৰ নামিয়া বীৰে যান্ত থিৰে থিৰে।
একেশ্বৰে অৰণ্যে পশিয়া মহা বীৰ॥
হাতে খাণ্ডা ধৰিয়া নির্ভয় হুয়া মন।
অৰণ্যে অৰণ্যে সিটো কৰন্ত গমন॥ ৪৬০॥
পাছে দেখিলেক গিৰিবৰ এক স্থান।
তাহাতে চড়িলা সূর্য্য-ভানুৰ নন্দন॥
উঠিয়া শিখৰ চতুষ্পাশে নিহালিলা।
মহা ভয়ঙ্কৰ পক্ষীগোট যে দেখিলা॥ ৪৬১॥
আতি বৰ ডাঙ্গৰ এগোটা সর্প সমে।
কৰি আছে ঘোৰ যুদ্ধ সিটো বিহঙ্গমে॥
দুইকো দুই প্রহাৰ কৰন্ত বৰ টানি।
কাকো কেয় নপায় অনেক সন্ধানি॥ ৪৬২॥
চপ চপ ফৰ্পনি কর্ণে মাৰে তাল।
বৃক্ষ চয় ভাগি পৰে পাখাৰ আস্ফাল॥
দুইৰো ঘোৰ সমৰক কতো দূৰ মানে।
ভৈলেক উছন্ন যেবে সিটো বন খান॥ ৪৬৩
দেখিয়া কুমৰে তাক ভয় হুয়া বৰ।
পাছক লাগিয়া দুনাই দিলেক লৱৰ॥

মনত বোলন্ত আজি ৰক্ষা কৰে কোনে
নাহিকে সহায় এবে ভগৱন্ত বিনে ॥ ৪৬৪ ॥
এহি চিন্তি বন মাজে লুকাইয়া আছন্ত।
পাচে কুমৰক পক্ষিৰাজে দেখিলন্ত ॥
ভৈল মোৰ সহায় কিসক চিন্তা আৰ।
এড়িলা সমৰ মনে কৰিয়া বিচাৰ ॥ ৪৬৫ ॥
এহি আলচিয়া ৰণ এড়ি তেতিক্ষণ।
কুমৰৰ পাশে লাগি কৰিলা গমন ॥
লাসে লাসে বুলিবে লাগিলা মুখ চাই।
কেনে ৰাজা পুত্ৰ এথা আছাহা লুকাই ॥ ৪৬৬ ॥
নকৰিবি ভয় তই শুন মোৰ বাক।
ভুত ভবিষ্যত মই জানোহো সবাক ॥
যি কাৰণে আসি আছো অৰণ্য গহন।
সকলে জানিছো শুন ৰাজাৰ নন্দন ॥ ৪৬৭ ॥
কিন্তু মোৰ সহায়ক ভাবিবে লাগয়।
নিবাক আসিছো তোক জানিবা নিশ্চয় ॥
দেখ মোৰ সৰ্প সমে যুদ্ধ অতিৰেক।
একো মতে নোৱাৰোহো হত কৰি বাক ॥ ৪৬৮
বৃক্ষৰ উপৰে মই আছো বাসা দিয়া।
নাহি মোৰ কিছু হিংসা তাহাক লাগিয়া ॥
তথাপিতো ক্ৰুৰ সৰ্প হিংসা কৰি মনে।
পুত্ৰ জীউ সব মোৰ খায় সৰ্ব্বক্ষণে ॥ ৪৬৯ ॥
এহিসে নিদানে সদা দন্দ তাৰ মোৰ।
নিতে নিতে তাৰ মোৰ লাগে দন্দ ঘোৰ ॥
এতেকতে সহায় তুমিসে মনোহৰ।
হোক মোৰ বংশ বৃদ্ধি তোমাসাৰ বৰে ॥ ৪৭০ ॥

শুনিয়া পক্ষিৰ হেন কাৰুণ্য বচন।
এহি হৌক বুলি দুয়ো কৰিলা গমন॥
পাছে গৈয়া পক্ষিৰাজে জোকাইলে সৰ্পক।
আসিলেক সিটো যেন বিজুলি চটক॥ ৪৭১॥
কামুৰিয়া পাখাত ধৰিলা ক্ৰোধ কৰি।
পাছ হন্তে ঘাৱ দিলা হাতে খৰ্গ ধৰি॥
চোট পায়া ভয় ক্ৰোধে পক্ষিক চাৰিয়া।
মহা কোপে কুমৰক গৈলেক খেদিয়া॥ ৪৭২॥
দেখি পক্ষিৰাজে পুনৰপি সেহি বেগে।
বজ্ৰ সম ঠোট প্ৰহাৰিলা বৰ বেগে॥
পালটিয়া পক্ষিক মাৰিলা খোট নাগে।
ছিদ্ৰ পায়া কুমৰে কাটিলা পুচ্ছ ভাগে॥ ৪৭৩॥
বিজুলি চমকে যেন লৱৰ দিলেক।
দেখি সৰ্পে পক্ষিক তেখনে এৰিলেক॥
দেখ নেদেখ কৰি পুনু পালটিয়া।
বতাসতোধিক কুমৰক খেদি গৈয়া॥ ৪৭৪॥
বিদ্যুত সঞ্চাৰে পক্ষি ৰাজে পুনৰ্ব্বাৰ।
সৰ্পৰ মাথাত খোট কৰিলা প্ৰহাৰ॥
বৰ চোট পায়া ওপৰক ফেট তুলি।
দিলেক কামোৰ মহা ক্ৰোধে ফেট তুলি॥ ৪৭৫॥
পুনৰপি খেদি আসি ৰাজাৰ কুমাৰ।
তেতিক্ষণে খৰ্গে শিৰ ছেদিলে তাহাৰ॥
আৰ ঘাৱ দিয়া কঙ্কালত কাটিলেক।
চাৰি খান কৰিলেক দুৰ্জ্জন সৰ্পক॥ ৪৭৬॥
মৰিল দাৰুণ সৰ্প গুছিল জঞ্জাল।
মুক্ত ভৈল খৰ্গেশ্বৰ ৰাজ্যৰ ছয়াল॥

শক্র হত দেখি ৰঙ্গ কৰিয়া অপাৰ।
কুমৰক পক্ষি প্রশংসিলা বাৰম্বাৰ ॥ ৪৭৭ ॥
ধন্য ধন্য ৰাজপুত্র বৰ জন্ম পাইলো।
যাৰে চন্দ্ৰ দিবাকৰ কীৰ্ত্তিক থৈলো ॥
আৰে বৰ লয়ো তঞি মনৰ বাঞ্চিত।
এহি বুলি হাৰ এক আনিলো তুৰিত ॥ ৪৭৮ ।
মহা ৰত্নময় হাৰ জেউতি সূৰ্য্যৰ।
চাহিতে নাপাৰি তাক চক্ষুৰ গোচৰ ॥
সেহি হাৰ পিন্ধাইলা গলত কুমাৰৰ।
আতি স্নেহে বৰ এক দিলা খৰ্গেশ্বৰ ॥ ৪৭৯ ॥
হোক তোৰ মনোৰথ সকলে পুৰণ।
এহি বুলি পিঠিত তুলিলা তেতিক্ষণ ॥
উৰা এক দিয়া নিৰেখিলে চাৰি পাশে।
দেখিলা নদীত কন্যা খানি ভুৰ মাজে ॥ ৪০০ ।
বেগে নিয়া তাহাত পেলাইলা কুমাৰক।
পুনৰপি আইলা পক্ষি অৰণ্য মাজক ॥
পাছে মনোহৰে নিজ কন্যাক পাইলেক।
মহা শোক পায়া বিস্তৰ কান্দিলেক ॥ ৪০১ ॥
হাহা প্রাণেশ্বৰী এভো আছা দেখো জীয়া।
কেমতে অগাধ জলে আছিলি ভাষিয়া ॥
তোমাৰ বিয়োগে মোৰ ফুটি গৈল প্ৰাণ।
কি ঘোৰ কৰমে কৰিলেক হেন খান ॥ ৪৮২ ॥
কিনো বিধাতাৰ ভৈল কপট আমাক।
হেন দুখী সংসাৰে বিচাৰি নপাও তাক ॥
এহি বুলি নানা মতে বিস্তৰ কান্দিল।
সকলে বৃত্তান্ত পাছে কন্যাত কহিল ॥ ৪৮৩ ॥

দেখিলা প্ৰেমায়ো যেবে স্বামীৰ বদন।
হাততে পাইলেক যেন স্বোপনৰ ধন॥
আতি অসদৃশ কথা সকলে শুনিয়া।
শোকে দুখে কিঞ্চিতেকো থিৰ নোহে হিয়া॥ ৪৮৪॥
কান্দিলা অনেক কুমৰৰ ধৰি পায়ে।
নকৈলোহো সিসবক বাহুল্যক ভয়ে॥
হেন কথা মতে দুয়ো আছে কতোক্ষণ।
কিছু কিছু ভোগ্য বস্তু কৰিলা ভোজন॥ ৪৮৫॥
পূৰ্ব্বৱতে চলি যান্ত নদীৰ উপৰে।
পাইলা নগৰক কতো দিনা অনন্তৰে॥
দেখিয়া কন্যাৰ পাছে পৰিল মনত।
জানিলো পশিলো আমি আপোন ৰাজ্যত॥ ৪৮৬॥
আপোনাৰ দেশক জানিয়া চিত্ৰসেনী।
মৰাৰ মুখত সুধা পড়িল যেহেনি॥
আতি বৰ ৰঙ্গ মনে কুমৰত কহে কথা।
পিতৃৰ নগৰ প্ৰভু জানিবাহা এথা॥ ৪৮৭॥
এহি নদী দেখা আমাসাৰ দ্বাৰে যাই।
পৰিছিন্ন ভৈলোহো সংশয় আত নাই॥
চলো আমি থাকা তুমি ভুৰৰ উপৰে।
দেখা দিয়ো বাপক মায়ক একেশ্বৰে॥ ৪৮৮॥
থাকাহা খনেক প্ৰভু বাহিৰে দ্বাৰৰ।
ভাল বুলি বিদায়ক দিলাহা কুমৰ॥
পাছে প্ৰেমা নমস্কাৰে কৰি কুমৰক।
নামিয়া মেলানি নগৰক চলিলেক॥ ৪৮৯॥
থাকিলা কুমৰ পাছে দ্বাৰৰ বাহিৰ।
শুনা যি কৰিলো কন্যা তাত অনন্তৰে॥

ধীৰে ধীৰে চলি যান্ত ৰাজাৰ জীয়াৰী।
অদভুত দেখি বেধিলেক নৰ-নাৰী॥ ৪৯০ ॥
অন্যে অন্যে বোলাবুলি উষমিষ ভৈল।
কৈৱ হন্তে আসিয়া কুমাৰী লাগ লৈল॥
সেহি দুখ সেহি নাক সকলে এনয়।
নাহি খতিখুন কিছু সকলে আচয়॥ ৪৯১ ॥
সম্যকে কুমাৰী প্ৰেমা বুলিবাক পাৰি।
এহি বুলি গলাৰায় কৰে নৰনাৰী॥
বেকতে নমাতে কেহো শঙ্কা কৰি মনে।
পাচে পাচে নিৰন্তৰে কৰয় গমনে॥ ৪৯২ ॥
শুনি হেন সিধান্ত নেদন্ত কাকো সতী।
লাসে লাসে ৰাজা ঘৰে যান্ত মহাসতী॥
এহি মতে কন্যা প্ৰবেশিলা অভ্যন্তৰে।
নকৰিলা বাধা কিছু ৰাজা অনুচৰে॥ ৪৯৩ ॥
দ্বাৰপাল সকলে থাকিলে স্তম্ভি চাই।
অন্তেৰ পুৰত কন্যা প্ৰবেশিলা যাই॥
ৰত্ন সিংহাসনে ৰাজা বসিয়া আছন্ত॥
মহাদই সকলে চৌপাশে উপাসন্ত॥ ৪৯৪ ॥
তাৰাৰ মধ্যত পূৰ্ণ শশধৰ যেন।
সেহি মতে বসিয়া আচন্ত চিত্ৰসেন।
সেহি বেলা প্ৰেমা কন্যা যাই তৈত ভৈলা।
দেখিয়া সমাজে তাঙ্ক উদ্ভুত মানিলা॥ ৪৯৫ ॥
ৰাজায়ো দেখিলা পাছে আপোনাৰ জীৱ।
আতি আসৰিশে তেতিক্ষণে ভৈলা থিয়॥
কিবা সচেতত কিবা দেখিলো সোপন।
আই আই কৰি ধৰিলেক চিত্ৰসেন॥

কৈৰ হন্তে আসি আছ আছিলি কহিত।
তোহোৰ শোকত হিয়া যাই অগণিত ॥
ৰাত্রি দিনে কিছু মোৰ সুখ শান্তি নাই।
জান্ত কৰি কহ কৈৰ হন্তে আস আই ॥ ৪৯৭ ॥
নিৰেখি নিৰেখি চান্ত জীয়ৰ বদন।
সাবটি ধৰিলা সতী উঠি তেতিক্ষণে ॥
চুৰুতি উড়িল শ্রুতি বুদ্ধি হত ভৈল।
মুখে মুখে দিয়া শোকে কান্দিবে লাগিলা ॥ ৪৯৮ ॥
হাহা মোৰ আতিশয় সুৱাগৰ আই।
এত দিন কৈত আই আছিলি লুকাই ॥
কিদোষ দেখিয়া মোক এড়িলি হিয়াই।
তোৰ শোক ঘায়ে মোৰ দিনে যুগ যাই ॥ ৪৯৯ ॥
এষাৰেক সিধান্ত নেদাহা কিকাৰণে।
আছিলা কহিত কাৰ সঙ্গে কোন স্থানে ॥
কোনে তোক লৈয়া গৈল একেশ্বৰ ঠাই।
মোহৰ হৃদয় মাজে অগনি লগাই ॥ ৫০০ ॥
কি কৰি আছিলি আই তেজিয়া আমাক।
কোন জনে প্রতিপাল কৰিলে তোমাক ॥
জানো তই কোনোবা পর্ব্বত গহ্বৰত।
আছিলা জলত কিবা ঘোৰ অৰণ্যত ॥ ৫০১ ॥
মুখ তোৰ মলিন খসিল মাংসচয়।
ভুঞ্জিবাক লাগি জানো নপাইলি নিচয় ॥
সুকুমাৰ তনু তুমি কুমাৰী ৰাজাৰ।
খাইবাক নাপাই পুতাই ভৈলি চাৰখাৰ ॥ ৫০২ ॥
নাহি ভৈল তাম্বুল অন্নৰ পৰচাৰ।
সুখাই গৈলা মাংস মানে সকলে তোমাৰ ॥

এহিমতে নানা ভায়ে কান্দিলা অনেক।
নকহিলো তাক সঙ্কা কৰি বাহুল্যক॥ ৫০৩॥
আনো মাতৃসবে শোকে অনেক কান্দিলা।
আপোন অঞ্চলে আখি মুখ মলচিলা॥
নিশ্বাস ফোকাৰি পাচে কহিবাহ লৈলা।
যেন মতে হৰি নিলা ঘোৰ নিশাচৰে॥ ৫০৪॥
যেন মতে সঙ্গ লভিলেক কুমৰৰে।
যি কৰিয়া উপায় তাহাক মাৰিলন্ত॥
আসন্তে নদীত যেন বৃত্তান্ত ভৈলন্ত।
কুমৰৰো নিৰন্তৰে যেন ভৈল দুখ॥ ৫০৫॥
যেন মতে দুনাই তাব দেখিলন্ত মুখ।
যি কাৰণে কুমৰে ফুৰন্ত অৰণ্যত।
পূৰ্ব্বাপৰ কথা কন্যা কহিলা সমস্ত॥
হেনয় অদভুত কথা শুনি চিত্ৰসেন।
ঊৰ্দ্ধ মুখে নিশ্বাস তেজিল ঘনে ঘন॥ ৫০৬॥
কত বেলি অনন্তৰে পুছিলা দুনাই।
ঝান্তে কহ কুমৰ আচয় কোন ঠাই॥
উপকাৰী আমাৰ পৰম সিটো জন।
ঋণী ভৈলো তাব আমি যত বন্ধু জন॥ ৫০৭॥
এক মতে তাৰ ঋণ সোজন নজাই।
ক্ষেমে যদি কুমৰে আপোন ধৰ্ম্ম হয়॥
মিছা মায় বাপ আমি জানিবা তোমাৰ।
দুনাই উপজিলি মাই গৰ্ভত তাহাৰ॥ ৫০৮॥
নিশ্চয় কৰিয়া তান্তে বিয়া দিবো তোক।
আৰো যেহি লাগে তই আজ্ঞা কৰ মোক।
এহি বুলি ৰাজা স্নান কৰাইলা কন্যাক।
নৱ বস্ত্ৰ পিন্ধাই অন্ন দিলা ভুঞ্জিবাক॥ ৫০৯॥

আদেশিলা পাছে কটোআল তেতিক্ষণে।
মনোহৰ কুমৰক আনিবাক মনে॥
ৰাজাৰ বচনে শিঘ্রে বেগে কটোৱাল।
কুমৰক লৈয়া আসিলেক তত কাল॥ ৫১০ ॥
দ্বাৰৰ বাহিৰে যৈয়া জানাইলা ৰাজাক।
শুনা প্ৰভু নৰেশ্বৰ আদেশ তোমাত॥
তয়ু আজ্ঞা শিৰে ধৰি চাৰি বিলম্বক।
আনি আছো শিঘ্রে বেগে সিটো কুমৰক॥ ৫১১ ॥
বাহিৰে আছয় সিটো ৰাজাৰ তনয়।
আবে কোন কৰ্ম্ম কৰো বুলিয় নিশ্চয়॥
হেন শুনি ৰাজা পাচে বুলিলা বচন।
মোহৰ আগক আন যাই এতিক্ষণ॥ ৫১২ ॥
আসোক কুমৰ বিলম্বক পডিহৰি।
সাদৰিয়া কটোৱাল আন শিঘ্র কৰি॥
ৰাজাৰ বচনে সিতো শিঘ্র বেগ ধৰি।
পুনৰপি কুমৰক আনিলেক ধৰি॥ ৫১৩ ॥
নমস্কাৰ কৰি যোগাইলেক কুমৰক।
দেখিলেক চিত্ৰভানু নৃপতি তিলক॥
পৰম গৌৰবে উঠি সতকাৰ কৰি।
আগ বাঢ়ি আনিলন্ত দশ পাঞ্চ ভৰি॥ ৫১৪।
সাদৰি বৈসাইলা ৰত্ন আসন উপৰে।
পাত্তে অৰ্ঘ্যে পূজা কৰিলেক নিৰন্তৰে॥
পুচিল কুশল বাৰ্ত্তা বচনে সাদৰি।
সকৰুণে অনেক বুলিলা স্তুতি কৰি॥ ৫১৫ ॥
শুনিয়ো কুমৰ তুমি বান্ধৱ পৰম।
নাহি উপকাৰী কোন জন তুমি সম॥

উদ্ধাৰিলা শোক সাগৰৰ হন্তে মোক।
তুনাই দিলা বাপ তুমি স্নেহৰ জীয়াক ॥ ৫১৬ ॥
অতি অদভুত কৰ্ম্ম কৰিলা ডাঙৰ।
নাহি পৃথিবীৰ মধ্যে তুমি সম বীৰ ॥
জানিলো নোহন্ত তোৰা সামান্য মনুষ্য।
শুনিয়াছ পূৰ্ব্বাপৰ সকলে ৰহস্য ॥ ৫১৭ ॥
এহি মতে প্ৰশংসা কৰিলা নানা মত।
স্নান পান ভোজন কৰাইল বিধিব্ৰত ॥
থাকিবাৰ গৃহ এক দিলা ভাল চাহি।
বাছি বাছি ভৃত্যগণ আনি নৰ ৰাই ॥ ৫১৮ ॥
বস্ত্ৰ অলঙ্কাৰ সৱে দিলা ৰঙ্গ কৰি।
উঠিলা কুমৰ পাছে বিদাযক কৰি ॥
দিন চাৰি আছন্ত আনন্দে ধীৰে তাত।
অনন্তৰে শুনা যি কৰিলা নৰনাথ ॥ ৫১৯ ॥
দিবাক বিৱাহ উত্ৰাৱল কৰে আতি।
আদেশিলা সম্ভাৰ মিলাইতে চতুৰ্ভিতি ॥
পাত্ৰ মন্ত্ৰী সবাকে বুলিলা মহাৰাজ।
জাতিষ্কাৰ কৰায়োক সকলে সমাজ ॥ ৫২০ ॥
নগৰৰ নৰ-নাৰী যতেক আছয়।
মিলোক এখনে পিন্ধি উৰি আতিশয় ॥
নটী-নট অনেক আসোক ৰঙ্গ কৰি।
বিৱাহৰ গৃহচয় সাজ ভাল কৰি ॥ ৫২১ ॥
দ্বিজগণ আসিয়া মঙ্গল উচ্চৰোক।
নানা মত ৰঙ্গ-ধঙ্গ বিস্তৰ কৰোক ॥
হেন যবে আদেশ কৰিলা চিত্ৰসেন।
শুনি পাত্ৰ সকলে উঠিলা তেতিক্ষণ ॥ ৫২৩ ॥

নৃপতিৰ আজ্ঞাক কৰিয়া শিৰোগত।
কৰাইলন্ত জাতিষ্কাৰ সকলে জগত।
কাচি পাৰি নগৰীয়া লোক লাগ লৈল।
পৰম আনন্দে মহা মহোৎসব ভৈল॥ ৫২৪॥
পুৰোহিত আসিয়া মঙ্গল কৰিলেক।
পাছে শুভক্ষণে ৰাজা বাহিৰ ভৈলেক॥
পৰম আনন্দে পাছে আনি কুমাৰক।
বিধিৰতে কুমাৰক বিবাহ দিলেক॥ ৫২৫॥
উচ্ছৰ্গিল অনেক যৌতুক চিত্ৰসেন।
হয়-হস্তী ধন ৰত্ন দাস দাসীগণ॥
গো ভূমি সম্ভাৰ মহিষ নানা মতে।
বস্ত্ৰ অলঙ্কাৰে উচ্ছৰ্গিলা বিধিৰতে॥ ৫২৬॥
কৰিলা দক্ষিণা দান বিস্তৰ দ্বিজক।
তুষিলন্ত পাত্ৰ মন্ত্ৰী সকলে লোকক॥
পাছে বিবাহক মনে ৰাজা চিত্ৰসেন।
বিদায় কৰিলা বিধি ব্যৱহাৰ যেন॥ ৫২৭॥
পুৰোহিতে সহিতে উঠিয়া গাৱ চালি।
আগবঢ়াই কুমাৰক গৈল কত বেলি॥
কন্যা সমন্বিতে পাছে পাঠাই কুমাৰক।
অনুমতি লৈয়া পাছে আসিলা পুৰক॥ ৫২৮॥
পৰম কৌতুকে মনোহৰ তৈতে পাছে।
ভাৰ্য্যা সমন্বিতে দিনা কতিপয় আছে॥
অমৰাৱতী নগৰ যেহেন শচীপতি।
নানা মতে ৰাজ ভোগ্য কৰন্ত ভকতি॥ ৫২৯
তথাপিতো খেদ তাৰ নুগুছে মনৰ।
সপোনত দেখে সিটো নিতে বাৰ বাৰ॥

পাছে এক দিনা কুমাৰীৰ মুখ চাই।
সকৰুণে ভয়ে তাইক বুলিলা বুজাই॥ ৫৩০॥
শুন শুন প্ৰাণেশ্বৰী বচন আমাৰ।
কহি আছো পূৰ্ব্ব কথা আগত তোমাৰ॥
যি কাৰণে মই নিজ দেশক চাৰিলো।
যাৰ অৰ্থে মহা ঘোৰ সাগৰে মজিলো॥ ৫৩১॥
অনেক মৃত্যুৰ হাতে তৰিলো যতনে।
তোমাৰ কৃপাতো চাৰিলো সিটো মানে॥
তোমাৰ প্ৰসাদে যদি তাক লাগ পায়।
তেবেসে মনোৰ গুল-গুলি মানে যায়॥ ৫৩২॥
সিতো মধু-মালতীক দিবা কেন কৰি।
সকলে ভাৰষা তোমাসাত আছো কৰি॥
হেন শুনি কামিনী বুলিলা হাস্য কৰি।
কৰিবো উপায় প্ৰভু পাৰি কি নপাৰি॥ ৫৩৩॥
যেনে তেনে তোমাৰ পুৰিবে লাগে মন।
তথু সেৱা বিনি মই আজ্ঞা কৰি জন (?)॥
এহি বুলি কন্যা পাছে থাকি দিনা চাৰি।
মেলানি কৰিয়া গৈল পিতৃৰ ওৱাৰি॥ ৫৩৪॥
কহিলা ৰাজাত যাই স্বামীৰ গোচৰ।
শুনি হেন সিধান্ত দিলন্ত নৰেশ্বৰ॥
যদি জমাই যাই মধুমালতিৰ ঠাই।
তাহান লগত তুমি চলিবাহা আই॥ ৫৩৫॥
কাকো লগে নেনিবাহা যাইবা দুয়ো প্ৰাণী।
নকৰিবি হেলা আমাসাৰ বাণী॥
বিক্ৰম নৃপতি মোৰ সখি প্ৰিয়ত্তৰ।
একেশ্বৰে যাই তান্ত কৰিবি গোচৰ॥ ৫৩৬॥

নিবেদিবা আমাৰ কাৰুণ্য বাণী চয়।
দিয়োক জমাইত কন্যা তেজিয়া সংশয়॥
নানা মত ভুমিয়ো বুলিবা ভক্তি ভায়।
কিন্তু কুমৰক নেনিবাহা তান ঠাই॥ ৫৩৭॥
একেশ্বৰে যাই নিবেদিবা সবে কথা।
কদাচিতো ৰজা নকৰিবা অন্যথা॥
হেন মতে জীউক শিখাই নৃপবৰ।
মাতৃয়ো শিখাইলা মত যত নিৰন্তৰ॥ ৫৩৮॥
পাচে নানা প্ৰসাদ দিলন্ত ৰঙ্গ মনে।
কন্যায়ো মেলানি কৰি চলিলা তেখনে॥
আছে মনোহৰ কন্যাকে:স বাট চাই।
অতি আকুলিত তাৰ সুখ শান্তি নাই॥ ৫৩৯॥
উৰ্দ্ধ মুখে বসিছন্ত এক দৃষ্টি কৰি।
সেহি বেলা তথা আসি পাইলেক সুন্দৰী॥
আনন্দে বসিয়া পাছে স্বামীৰ কাষত।
সবে খানি কহিলন্ত স্বামীৰ আগত॥ ৫৪০॥
শশুৰৰ অনুমতি পায়া মনোহৰ।
ভাৰ্য্যা সমন্বিতে ৰঙ্গ কৰিলা বিস্তৰ॥
পাছে দিনা চাৰি বঞ্চি বাছি শুভ ক্ষণ।
ৰাজাত মেলাতি মাগি কৰিলা গমন॥ ৫৪১॥
আদেশিলা নৃপে পাত্ৰ মন্ত্ৰী সমদলে।
আগ বঢ়াই জমাইক থৈয়ো অবিকলে॥
দেশৰ বাহাৰে কৰি সবে পালতক ?।
ভাল চাই গোটা চাৰি লোক লাগে দিবা॥ ৫৪২॥
হেন যেবে আদেশ কৰিলা মহিপাল।
ৰঙ্গে ঢঙ্গে কুমৰক সঙ্গে সমদল॥

হেন শুনি কটক চলিলা কতূহলে।
আগ বধাই দেশ হন্তে চলিলা সকলে ॥ ৫৪৩ ॥
পাছে ভাৰ্য্যা সমন্বিতে ৰাজাৰ তনয়।
অনুপা নগৰ প্ৰবেশিলা মহাশয় ॥
আছে এক মালিনী তহিত বৃক্ষ চাই।
মধু-মালতিৰ পুষ্প যোগাইয়ো সদাই ॥ ৫৪৪ ॥
তাইৰ পুষ্প মাত্ৰ কন্যা কৰয় পিন্ধন।
সেহি ঘৰ প্ৰবেশিলা ৰাজাৰ নন্দন ॥
চাৰি গোটা ভৃত্য কন্যা কুমৰক লাই।
বৃদ্ধ মালিনীত গৈয়া দিলা পৰিচয় ॥ ৫৪৫ ॥
দিলা তাইক অনেক বসন অলঙ্কাৰ।
বহু ধন দিলা কৰি বসন সম্ভাৰ ॥
বিশ্বাস কৰিয়া কুমৰক তৈতে থৈলা।
নিশা গোট বঞ্চি কন্যা একলে চলিলা ॥ ৫৪৬ ॥
ধীৰে ধীৰে গৈয়া ৰাজ ঘৰে প্ৰবেশিলা।
দাসীত কহিয়া অভ্যান্তৰে জনাইলা ॥
নামে ৰূপমঞ্জৰী ৰাজাৰ পাটেশ্বৰী।
জনাইলন্ত তাহাত নিলা ঝান্ত কৰি ॥ ৫৪৭ ॥
দেখিয়া মহিষী উঠি হাকুলে ব্যাকুলে।
মহাস্নেহে সাদৰিয়া বসাইলন্ত কোলে ॥
পুচিলা কুশল বাৰ্ত্তা সুমধুৰ কৰি।
কি কাৰণে ইটো দেশে আসিলা সুন্দৰী ॥ ৫৪৮ ॥
বাপ মাৱ কুশলে আছয় তোৰ ঠাই।
কিবা প্ৰয়োজনে তোক দিলেক পাঠায় ॥
পৰম স্নেহৰ মোৰ যেন প্ৰাণ খানি।
আতি প্ৰীতিকৰ সখী তোমাৰ জননী ॥ ৫৪৯ ॥

সদাএ স্মুগুচে তাঙ্ক মনৰ ভিতৰ।
কুশলে কি আছে সখি কহিয়ো সত্তৰ॥
শুনা আই প্রেমা এক বচন আমাৰ।
দায়াৰ দুহিতা তই অতি সুৰাগাৰ॥ ৫৫০ ॥
যেন মধু-মালতি তাহাতোধিকো দেখো।
ৰাজাৰো আমাৰো স্নেহ তোমাতেসে লেখো॥
এক স্তন খায় দুয়ো হুয়াছা ডাঙৰ।
প্রেমা মধু-মালতি সমান সুৰাগৰ॥ ৫৫১ ॥
আৰো আই শুনি আছো অদভুত কথা।
হৰি নিলে কোনেবা তোহোক শুন্সু কথা॥
কি কৰি আছিলি আপুনাৰ দেশ তাই।
কৈত কোনে থৈয়াছিল কহ শুন্সু মই॥ ৫৫২ ॥
দুনাই দেখিবে তোক মনেয়ো নাছিল।
যেন হৰাইবাৰ ধন বিধাতায়ে দিল॥
মায় বাপ তোমাৰ আসিয়ো দুয়ো প্রাণী।
সবে ভৈল তোৰ শোকে বাতুল যেহেন॥ ৫৫৩ ॥
তোহোৰ মৰণে মধু-মালতি জীয়াৰে।
হা সখি বুলি কান্দি ভৈলেক আতুৰ॥
জান্তে কৰি কহ আই সমস্তে কাৰণ।
শুনিবাক লাগি উত্ৰাৱল কৰে মন॥ ৫৫৪ ॥
হেন বাণী শুনি প্রেমা নমস্কাৰ কৰি।
পূর্ব্বাপৰা কৈলা যেন মতে নিলা হৰি॥
যেন মতে নিশাচৰে হৰিয়া নিলেক।
যেন মতে কুমৰৰ সঙ্গক পাইলেক॥ ৫৫৫ ॥
যিমতে ৰাক্ষস বীৰে কৰিলা সংহাৰ।
আসিলন্ত যি কৰিয়া দেশ আপোনাৰ॥

যি কাৰণে মনোহৰে ফুৰে বনে বনে।
অঙ্গীকাৰ কৰিলা আপুনি যি কাৰণে॥ ৫৫৬॥
চিত্ৰসেনে নিবেদিয়া আছে যত যত।
কহিলন্ত সবে পূৰ্ব্বাপৰ আদি অন্ত॥
তাহান কথাচয় যেবে শুনিয়া মহিষী।
স্বামীৰ বদন চাই বুলিলা হৰিষি॥ ৫৫৭॥
শুনা মায় যিটো সূৰ্য্য ভানুৰ নন্দন।
আমাৰেসে আতি সিটো উপকাৰী জন॥
মৃত্যুৰ মুখৰ হন্তে আনিলে তোমাক।
জানিবি কুমৰে বৈশ্য কৰিলে আমাক॥ ৫৫৮॥
আৰো তযু পিতা সখী ৰাজা চিত্ৰসেন।
শুনিলো তাহান অনুমতি ভৈল যেন॥
ইহাক অধিক কোন আনন্দ আচয়।
দিবোহো নিশ্চয়ে বিহা নাহিকে সংশয়॥ ৫৫৯॥
যিটো মধু-মালতী তোহোৰ প্ৰিয় সখী।
পৰম সুন্দৰী আতি গণিতাত লেখি॥
সাত-পাঞ্চ নাহিকয় স্নেহৰ দুহিতা।
সয়ম্বৰ কৰিতে ৰাখিছে তান পিতা॥ ৫৬০॥
প্ৰবন্ধ কৰিয়া ৰাজা সজাইলন্ত ঘৰ।
সমাগম নাহিকয় তাত পুৰুষৰ॥
হেন গোপ্য গৃহ মধ্যে ৰাখিছে যতনে।
নতু পাৱে বৰ বিচাৰিয়া সৰ্ব্বক্ষণে॥ ৫৬১॥
তোৰ সখী যোগ্য বৰ হেন মানি মনে।
তযু মুখে আছে যত শুনিলো শ্ৰৱণে॥
তাতে সখী নৃপতিৰ ভৈল অনুমতি।
কৈলো অঙ্গীকাৰ বিহা দিবোহো সম্প্ৰতি॥ ৫৬২॥

এহি বুলি স্নান পান ভোজন কৰাইলা।
পাছে কুমাৰীক নৃপতিৰ আগে নিলা॥
প্ৰেমাক দেখিলা যেবে বিক্ৰম নৃপতি।
সাদৰি মাতিলা ৰঙ্গে নিকটক প্ৰতি॥ ৫৬৩॥
বসিবাক লাগি দিলা সুবৰ্ণ আসন।
প্ৰেমায়ো বসিলা তাত কৰি ৰঙ্গ মন॥
পাছে ৰাজা কৰ্পূৰ দিলেক মুষ্ঠি ভৰি।
পুছিবাক লৈলে কথা বচনে সাদৰি॥ ৫৬৪॥
শুনি আছো আই তোৰ বিপৰীত বিস্তাৰ ?।
হৰি নিলে তোক হেনো কোনে কত দূৰ॥
হয় কি নহয় তাক কহিয়ো নিচয়।
শুনিবাক ইচ্ছা মোৰ অধিক আছয়॥ ৫৬৫॥
হেন বাণী শুনি প্ৰেমা কৰি নমস্কাৰ।
পূৰ্ব্বাপৰ সকলে কহিলা আপোনাৰ॥
যেন মতে মহিষীত কহিলা নিশেষ।
সেহি মতে ৰাজাত কহিলা সাৱশেষ॥ ৫৬৬॥
যি বুলি পঠাইল চিত্ৰসেন নৃপবৰ।
যিবা প্ৰয়োজনে আসি আছা মনোহৰ॥
প্ৰেমাৰো যিসৱ কথা বাঞ্চিত মনৰ।
সমস্তকে শুনিলা বিক্ৰম নৰেশ্বৰ॥ ৫৬৭॥
পাছে হেন বুলিলন্ত নিৰেখি প্ৰেমাকে।
যিসৱ বচন মায় বুলিলা আমাক॥
হেন মতে জানি সিদ্ধি হৈলেক নিশ্চয়।
নকৰিবা মনে কিছু ইহাত সংশয়॥ ৫৬৮॥
এহি বুলি ৰাজা মহিষীৰ ভিতি চাই।
বুলিলে প্ৰেমাক নিবে অভ্যন্তৰে লাই॥

স্নান পান ভোজন কৰায়ো ভালমতে।
দিনা চাৰি ৰৌক জীউ তোমাৰ লগতে॥ ৫৬৯॥
মধু মালতীক কৰাইবিহি পৰিচয়।
তেবেসে পঠাইবি বাপ মায়ৰ আলয়॥
হেন যেবে আদেশ কৰিলা নৰেশ্বৰ।
কুমৰকো লাগি দিলা বিস্তৰ সম্ভাৰ॥ ৫৭০॥
দধি দুগ্ধ ঘৃত মধু অন্ন পৰমান।
বস্ত্র অলঙ্কাৰ দিলা কৰি বহু মান॥
ই কথা আছোক শুনা পাচৰ প্ৰস্তুত।
কৰিলা কুমৰে যেন কথা অদভুত॥ ৫৭১॥
কন্যায়ো পাচিলা যেবে ৰাজাৰ আলয়।
একেশ্বৰে মালিনীৰ গৃহত আছয়।
নযাই নুপুৰাই তাৰ স্নমৰি কন্যাক।
হা হা মধু মালতী বোলন্তে হৰে বাক॥ ৫৭২॥
সপোনতো দেখয় সচেত নাহি আন।
ৰাতৃ দিনে কন্যাকেসে কৰয় ধিয়ান॥
এহিমতে থাকিতে আলচি মনত।
কহিলন্ত পাচে বহু মালিনী আগত॥ ৫৮৩॥
বিশ্বাস কৰিয়া নিবেদিলা সবে কথা।
কন্যাৰ কাৰণে ভৈল যেনয় অৱস্থা॥
মধুমালতীত যাই ৰহস্যে কহিবা।
পূৰ্ব্বৰ কাহিনী তুমি সবে নিবেদিবা॥ ৫৭৪॥
এতেকতে মনত পৰিবে কুমাৰীৰ।
আৰু এহি দিবাহা অঙ্গুষ্ঠি আঙ্গুলিৰ॥
এতেকে কৰায়ো মোক তাঙ্ক দৰশন।
কৰহো কাতৰ মোৰ পুৰিয়োক মন॥ ৫৭৫॥

হেন যেবে বচন শুনিলা আতি তাই।
কৰিলেক অঙ্গীকাৰ কুমৰক চাই॥
নিশ্চয়ে কৰিবো আহ্ম নাহিকে সংশয়।
এহি বুলি গাম্ভিয়া লৈলেক মালা তাই॥ ৫৭৬॥
ভাল মতে আবৰিয়া লৈলা কৰি ৰঙ্গ।
লৰিলা মালিনী পাছে কুমাৰীৰ সঙ্গ॥
অনন্তৰে পাইলা মধু মালতীৰ ঘৰ।
যোগাইলন্ত পুষ্পচয় বিচিত্র সুন্দৰ॥ ৫৭৭॥
পাইলন্ত আঙ্গুষ্ঠি চিনি আপুন হাতৰ।
পুনৰপি মালিনীক দিলন্ত উত্তৰ॥
পুনু শুন বুঢ়ী তই নথাকিবি ৰই।
কুমৰৰ কোঠাক এখনে শিগ্রে গই॥ ৫৭৮॥
নাৰীৰ আকাৰ কৰি পিন্ধাইবি বসন।
যেন চিনিবাক নপাৰয় কোন জন॥
নাতিনী বুলিয়া কহিবিহি সবাহাতে।
নকৰি বিলম্ব আন এহি সময়তে॥ ৫৭৯॥
শুনি তোৰ মুখে ভৈলো আকুল বিস্তৰ।
হৃদয় বিকল মোৰ নাহি থৰ বৰ॥
এহি বুলি দিলা তাইক বস্ত্র অলঙ্কাৰ।
টাৰ খাৰু শাংখ সোণা মণি মুক্তাহাৰ॥ ৫৮০॥
প্রসাদ লভিয়া তাই উঠিলা তেখনে।
নমস্কাৰ কৰি শীঘ্র কৰিল গমনে॥
পাছে প্রবেশিলা আপোনাৰ নিজা ঘৰ।
দুখে উৰ্দ্ধ মুখে বসি আছয় কুমাৰ॥ ৫৮১॥
মাত বোল নাই কিছু জেন জেনি মন।
এক দৃষ্ট দিয়া সমাবৰ্ত্ত কৰি মন॥

হেন মতে আছে যেবে ৰাজাৰ কুমাৰ।
দেখিয়া মালিনী বোলে কুশল তোমাৰ॥ ৫৮২।
উঠ বাপু বিলম্বৰ নাহি কিছু কাজ।
চলিবাক লাগি ৰাজকুমাৰী সমাজ॥
সিদ্ধি ভৈল তোৰা মনোৰথ সবে খানি।
এহি বুলি কচাইলেক বস্ত্ৰচয় আনি॥ ৫৮৩॥
নাৰীৰ আকাৰ যেন দেখিয়া সম্যক।
সেহি মতে মালিনী কুমৰক পিন্ধাইলেক॥
নাতিনী বুলিয়া আগ কৰিয়া দিলন্ত।
শীঘ্ৰ বেগে কুমাৰীৰ ওৱাৰি পাইলন্ত॥ ৫৮৪॥
বসিয়াছে কুমাৰী আহান্ধ বাট চাই।
সেহি বেলা মালিনীয়ো প্ৰবেশিলা যায়॥
দেখিলা দুইকো পাছে ৰাজাৰ দুহিতা।
হৰিষ হৃদয় আতি দূৰ ভৈল চিন্তা॥ ৫৮৫॥
আনন্দতে নয়নৰ নিগৰয় পানী।
প্ৰফুল্লিত সুন্দৰ কমল মুখ খানি॥
সচকিত উঠি সতী চলিলন্ত পায়।
ধীৰে ধীৰে বাঢ়িলন্ত খোজা চাৰি পায়॥ ৫৮৬
আগত আনিয়া বৈসালন্ত আসনত।
মালিনীকো বসিবাক আসন দিলেক॥
পাছে তেতিক্ষণে গৈয়া ৰাজাৰ কুমাৰী।
আনিলা সোণাৰ কুম্ভচয় জল ভৰি॥ ৫৮৭॥
কৰাইলন্ত কুমৰক স্নান সাদৰিয়া।
ভাল বস্ত্ৰ অলঙ্কাৰ পিন্ধাইলা আনিয়া॥
সুগন্ধ চন্দনে অৰ্চ্চিলন্ত কলেবৰ।
মেঘ ফুটি ৰাজ যেন ভৈলা দিবাকৰ॥ ৫৮৮॥

ষড় ৰস ব্যঞ্জনক ভুঞ্জিবাক দিলা।
দিব্য পুষ্প মালা এক শিৰত পিন্ধাইলা॥
থিৰ নোহে কন্যা ৰঙ্গে যেন নটী নাচে।
মালিনীকো বিদায় দিলন্ত সতী পাছে॥ ৫৮৯॥
বসনে ভূষনে তাইক ভূষি ৰঙ্গ মনে।
পঠাইলা মালিনী চলি গৈল তেতিক্ষণে॥
পাছেও বসিল তাই সোণাৰ খাটত।
কৰিলন্ত নানা ক্রীড়া কতুহল যত॥ ৫৯০॥
অনেক দিনৰ দুইৰো বাঞ্চিত মনৰ।
পুৰ কৈল মনোৰথ কুমাৰী কুমৰ॥
ৰতি ৰসে ভাগৰি শুতিলা পিছে দুই।
আসিল ঘুমতি দূৰ ভৈল কাম জুই। ৫৯১॥
ই কথা থাকোক এবে শুনা পাছ কথা।
যিমতে জীয়ক চাইবে আইলা মায় তথা॥
স্বামীত মেলানি মাগি প্রেমা সমন্বিতে।
আসিলা ৰঙ্গে দুহিতাক দৰশিতে॥ ৫৯২॥
সখীক চাহিতে প্রেমা উত্রাৱল মন।
মহিষীৰ সঙ্গে তাই কৰিলা গমন॥
শুনা সৰ্ব্বজনে মধু মালতীব পদ।
যিজনে শুনিলে পায় অম্রাৱতী পদ॥ ৫৯৩॥
নাহি ভয় ভ্রান্তি সদা থাকে ৰঙ্গে ঢঙ্গে।
বিমানে কৰয় কেলি অপেচৰা সঙ্গে॥
নানা ভোগ্য ভুঞ্জে অম্রাৱতী নগৰত।
নুহি জড়া পীড়া ব্যাধি নুহি শৰীৰত॥ ৫০৪॥
হেন জানি যাৰ ইচ্ছা আছয় সমূলি।
সততে ফুৰিয়ো মুখে ৰাম ৰাম বুলি॥ ৫৯৫॥

## ছবি

নিগদতি মুনিবৰ শুনা যেন আথান্তৰ
ভৈল মনোহৰ কুমাৰৰ।
একদিনা মধু মাল- তীৰ মাতৃ পটেশ্বৰী
গৈলা ৰঙ্গে দুহিতাৰ ঘৰ॥
সিটো মহা গুপ্ত ঠাই পুৰুষৰ সাধ্য নাই
সংকট দুৰ্গম কুণ্ঠ (?) দ্বাৰ।
প্ৰেমা সমন্বিতে সতী তথাকে কৰিলা গতি
মুখ যে চন্দ্ৰ পূৰ্ণিমাৰ॥ ৫৯৬॥
নানা অলঙ্কাৰে গাৱে প্ৰকাশয় ঠায়ে ঠায়ে
আন্ধাৰতো জলয় সুন্দৰী।
যেন জীৱ দ্ৰোপদৰ দিবে পাৰি পটন্তৰ
দেখি মুনি মন নিয়ে হৰি॥
সঙ্গে আন কেহো নাই মধু মালতিৰ আই
পশিলেক ৰূপ যে মঞ্জৰী।
দেখে ৰত্ন আসনত একেলগে শুতিচান্ত
পুৰুষক লৈয়া কোলে কৰি॥ ৫৯৭॥
ৰতি শ্ৰমে শ্ৰান্ত হুয়া পড়িয়াছে নিদ্ৰা যায়া
ঘনে ঘনে ঘুণ্ডৰি পাৰয়।
প্ৰকাশ দেহৰ কান্তি আন্ধাৰত যেন বাতি
ভৈল দেখি পৰম বিস্ময়॥
কিমত কি ভৈল মোৰ কৈৰ আসি ইটো চোৰ
কৰিলেক ভ্ৰষ্ট অঙ্গীকাৰ।
সৱে কাৰ্য্য ভৈল দূৰ কৰিলে বাঞ্চনি চুৰ
কিনো দুষ্ট দুহিতা আমাৰ॥ ৬৯৮॥

কি বুলিবে সখী শুনি নপায়ো সিদ্ধান্ত গুণি
কি কহি পঠাবো তান আগে।
হেন গুণাকৰ বৰ সুন্দৰ কুমাৰ বীৰ
নপাইল নিজৰ কৰ্ম্ম ভাগে॥
স্বামীত কি কৈবো যাই কি বুলিবে নৰ ৰাই
আমি দুহিতাৰ মন্দ কথা।
কি বুলিয়া মনোহৰ কুমৰক পঠাইবেক
নপাৱো গুণি ইহাৰ বেৱস্থা॥ ৫৯৯॥
শুনা আই প্ৰেমা তোৰ আছিল সঙ্কল্প যত
সবে খানি ভৈল ছাৰখাৰ।
আমিও লজ্জিত ভৈলো বংশত কলঙ্ক থৈলো
কি সুখে কিসক চাৱো আৰ
এহি বুলি কোপ মনে চক্ষু পকাই ঘনে ঘনে
চাৱে জীৱ মধু-মালতীক।
লাজ কাজ পাসৰিলি আমাসাকে নুগুণিলি
তোৰ ৰূপ গুণ ধিক ধিক॥ ৬০০॥
কৈৰ ইটো দুস্ট চোৰ দিলো তোক শাপ ঘোৰ
পক্ষী শুয়া হুৰ সৰ্ব্বক্ষণে।
হেন বুলি পুনৰ্ব্বাৰ আসিলন্ত আপোনাৰ
গৃহ লাগি আতি দুখ মনে॥
পাছে নৃপতিৰ আগে সবে খানি বুলিলন্ত
জিএকৰ সকলে বৃত্তান্ত।
শুনিয়া বিক্ৰম ৰাই মাথা গোট চপৰাই
কতোক্ষণে মনে আছিলন্ত॥ ৬০১॥
পুনৰপি মহিষীক বুলিলা কটাক্ষ কৰি
আতি বড় দুখ কষ্ট মনে।

যি দণ্ড কৰিয়া মই তাহাকে কৰিলি তই
শুনি ৰঙ্গ লভিলো এখনে ॥
শুন মাই প্রেমা তুমি বিদায় দিলোহো আমি
শীঘ্রে চল কুমৰৰ পাশ।
আসোক আমাৰ ঠাই বিলম্বক নুযুৱাই
সবে কথা কহো তান আগে ॥ ৬০২ ॥
যি ভৈলো সি ভৈলো আবে মধু মালতীৰ ভাৱে
উচিত পাইলেক প্রতিফল।
সিটো দুষ্ট কিয় চোৰ মজিল নৰক ঘোৰ
তাৰ আশা চাৰোক সততে ॥
আছে যদি দিয়া মোক শীঘ্র বেগে আসন্তক
থাকো মই উৰ্দ্ধ কৰি দৃষ্টি।
তোভো মোৰ যেহি স্নেহ সুগুচে তাহাৰ প্রতি
সত্যে সত্যে বোলো সাঙ্গ কৰি ॥ ৬০৩ ॥
হেন শুনি চিত্রসেনী উঠিলন্ত মনে গুণি
মালিনীৰ ঘৰক লাগিয়া।
কতো বেগে পাইলা যাই দেখে তৈত স্বামী নাই
বিচাৰয ব্যাকুলিত হুয়া ॥
পাচে মালিনীক মাতি গোপ্য কৰি পুছিলন্ত
ভাল মন্দ দেখায়া বিস্তৰ।
শুনি তাই ভয় মনে কহিলা সকলে খানি
পূৰ্ব্বাপৰ যত কুমাৰৰ।
যেন মতে মনোহৰ মধু মালতীৰ ঘৰ
চলিলেক উপায় কৰিয়া ॥
মধু মালতীয়ো যেন মতে মাতি পঠাইলেক
সকলে কহিলা প্রপঞ্চিয়া ॥

শুনি তাইৰ হেন কথা প্ৰেমা কুমাৰীৰ তথা
যেন আসি নিৰ্ঘাত পড়িল।
থিৰ দিয়া আছে চাই মাত বোল কিছু নাই
শ্ৰুতি বুদ্ধি সকলে হৰিল ॥ ৬০৫ ॥
অনুমানে জানিলেক মনোহৰ কুমাৰক
দেখি মধু মালতীৰ ঘৰে।
বোলে নোহে আন আৰ জানিলোহো সাৰে সাৰ
সিটো স্বামী নিছয়ে মোহোৰ ॥
কিমত কিকৰ্ম্ম কৈলো সমুলঞ্চে তল গৈলো
ভাল কথা হন্তে মন্দ ভৈলো।
যাক লাগি যত যত্ন তাহাকে কৰিলো হত
কিনো দোষে বিধি বিড়ম্বিল ॥ ৬০৬ ॥
এহি বুলি মহা দুখে আতি আৰ্ত্তনাদ কৰি
কান্দি কান্দি আসিলা তুনাই।
থিৰ নোহে হাত পায় ঢলো পৰো কৰে গায়
পাইলা পাচে নৃপতিৰ ঠাই ॥
হেন দেখি নৰপতি হাকলে বিকলে আতি
পুছিবাক লৈলেক কন্যাত।
কহিত কি ভৈল আই জানন্তে কহ মোৰ ঠাই
কিবা দোষ লভিলা স্বামীত ॥ ৬০৭ ॥
কৈত কোন শপিলেক অপমান লভিলেক
আনো কিবা ভৈলা অথন্তৰ।
কিবা মায় বাপেৰৰ ভাল মন্দ শুনিলাহা
শীঘ্ৰে মোক দিয়োক উত্তৰ ॥
ৰাজাৰ বচন শুনি বুলিলন্ত চিত্ৰসেনী
কিবা আৰ সোধা মহাৰাজ।

যাহাৰ নিমিত্তে আমি আতি বৰ দুখ কষ্টে
আসি আছো তোমাৰ সমাজ ॥ ৬০৮ ॥
মিছাত সখীৰ দোষ কি কথা কৰিলো ৰোষ
আগ পাছ কিছু নুগুণিয়া।
স্বামী মোৰ ভৈল নষ্ট অঙ্গীকাৰ ভৈলো ভ্ৰষ্ট
বিনা দোষে মৰিল আসিয়া॥
এহি বুলি পূৰ্ব্বাপৰ সবে কথা কহিলন্ত
যেন মতে চলিলা কুমাৰ।
যেন মতে কুমাৰীয়ো ছদ্ম ৰূপে নিয়ালেক
আপুনাৰ ঘৰৰ ভিতৰ ॥ ৬০৯ ॥
মালিনীয়ো যেন মতে কুমতি কৰ্ম্মক কৰি
দুইৰো অনুকুল আচৰিল।
যেন মতে কহি কথা প্ৰেমাত কহিলো দুনাই
সবিশেষে সকলো কহিলা॥
শুনি হেন নৰ ৰাই দুখৰ অৱধি নাই
হৃদয়ত আসি মহা মৰ্ম্ম।
কতো ক্ষণ মান আসি মহিষীক বুলিলন্ত
কি মত কৰিলি হেন কৰ্ম্ম ॥ ৬১০ ॥
আগ পাছ নুগুণিলি ক্ৰোধে অন্ধকাৰ ভৈলি
নিবিচাৰি শপিলি হঠাৎ।
জমাই মোৰ ভৈল নষ্ট অঙ্গীকাৰ ভৈল ভ্ৰষ্ট
আৰে ৰক্ষা কৰো কেন মতে॥
এহি বুলি নানা মত অনুতাপ কৰিলন্ত
ভাৰ্য্যা সমে বিক্ৰম নৃপতি।
ৰচিলো সংক্ষেপ কৰি বাহুল্যক পৰিহৰি
সঙ্কায়াত নেদিলে সম্প্ৰতি ॥ ৬১১ ॥

শুনা সামাজিকচয় ইটো কথা হুয় নয়
দেখিয়োক পুৰাণ বিচাৰি।
নপোৱা হামাক যেবে দিবা দোষ মোক তেবে
তেবে বোল কৰ যোৰ কৰি॥
বিছাৰে উত্তম জনে কিছো দোষ নেদেখয়
অল্প গুণে বিস্তৰ কৰয়।
এতেকে আমাৰ দোষ সমুদ্ৰ সমান জানি
নিজ গুণে হুয়োক সদয়॥ ৬১২॥
ভকতি মিনতি স্তুতি প্ৰণতি নজানো মই
কেৱলে মুগুধ মন্দমতি।
জানি সভাসদ জন ক্ষেমা মোৰ দোষ গুণ
লভিলো তেবেসে সদ গতি॥
মই অতি মহা অন্ধ মোহ পাশে পায়া বন্ধ
নপাৰো ভাবিতে কৃষ্ণ নাম।
এহি অনুগ্ৰহ কৰা কাতৰ কৰিয়া মাগো
মুখে বোলে সদা যেন ৰাম॥ ৬১৩॥

পদ

হেন অনুতাপ ৰাজা বুলি মহিষীক।
বিস্তৰ কহিলা তাক বুলিবোহো কিক॥
আবে শুনা সিটো মনোহৰ কুমাৰৰ।
যেন ভৈল অৱস্থা তাহান শৰীৰৰ॥ ৬১৪॥
তেতিক্ষণে দেখি পটেশ্বৰী কোপ মনে।
শাপিলেক ঘুমতিৰ উঠি তেতিক্ষণে॥

দিব্য পক্ষী গুটি হুয়া গৈলেক উৰিয়া।
পুষ্পৰ আৰামে গৈয়া পৰিলেক গৈয়া॥ ৬১৫ ॥
সবে শুনি মনত আছয় ভাল মতে।
মহাদুখে কষ্টে পৰি আছয় তাহাতে॥
থিৰ নোহে শৰীৰৰ নিৰেখি চতুর্ভিতি।
আতি বৰ দুখতে নযায় দিন ৰাতি॥ ৬১৬ ॥
কি মত কি ভৈলো আবে কৈক লাগি যায়ো।
ইহেন দাৰুণ শাপ কৈত পলুয়ায়ো॥
এহি মতে আতিশয় সন্তাপিত হুয়া।
তৈৰহন্তে বিদুৰক গৈলেক উৰিয়া॥ ৬১৭ ॥
উত্তৰ দিশত এক আছয় ভুপাল।
নামে তাৰাচন্দ্ৰ ৰিপু যেন মাজে কাল॥
মহামানী দানী দ্বিজ সৱত ভকত।
কৰে প্ৰতিপাল প্ৰজাগণ পুত্ৰৱত॥ ৬১৮ ॥
পৰম চতুৰ সৱ ইঙ্গিততে জানে।
চতুৰ্ নৃপতি গুণ সকলে বখানে॥
একদিনা সেহি তাৰাচন্দ্ৰ নৰপতি।
বসিয়াছে ডাঙ্গৰ দীঘল সভা পাতি॥ ৬১৯ ॥
চৌভিটি বেঢ়িয়া পাত্ৰ মন্ত্ৰী সম দলে।
সেবা কৰি নৃপতিক আছয় সকলে॥
অম্ৰাৱতী নগৰে যেহেন পুৰন্দৰ।
সেহি মতে সভামধ্যে আছে নৃপবৰ॥ ৬২০ ॥
সেহিসে চটক স্বৰূপ মনোহৰ।
পড়িলেক উড়ি ৰাজা সভাৰ ভিতৰ॥
পুনৰপি উড়ি গৈয়া বৃক্ষত পড়িল।
অদ্ভুত পক্ষী গোট নৃপতি দেখিল॥ ৬২১ ॥

অতি বৰ দয়া সম্পজিল তাক প্ৰতি।
আদেশ কৰিল ব্যাধ সকলক মাতি॥
শুনা ব্যাধসব মোৰ বাক্য কৰি মন।
শীঘ্রে কৰি পক্ষী গোট ধৰিও যতন॥ ৬২২॥
অপৰূপ ৰূপ দেখি মনে ভৈলা ভোল।
এতি খনে বিচাৰিয়া আনা মোৰ কোল॥
ৰাজাৰ শুনিয়া হেন পক্ষৰ বচন।
তেতিক্ষণে বিচাৰিয়া উঠি ব্যাধগণ॥ ৬২৩॥
নানা ছন্দে ধৰিয়া ৰাজাত যোগালন্ত।
দেখি ৰাজা সবাকে প্ৰশংসা কৰিলন্ত॥
দিলন্ত প্ৰসাদ তাসম্বাৰ পুড়ি মন।
পাচে সিটো স্বৰূপক কৰিয়া যতন॥ ৬২৪॥
সুবৰ্ণ পিঞ্জৰা তৰি আগে আনিলেক।
ভাল মতে আপুন আহাৰ খুৱাইলেক॥
ৰাত্ৰ দিনে আগত থৱয় কৰি বেথা।
সেহি ৰূপে সিটো কতো দিনা আছে তথা। ৬২৫॥
একদিনা পক্ষীৰূপ ৰাজাৰ তনয়।
নৃপতিৰ আগে উচৰিয়া কথা কয়॥
শুনা মহাৰাজ তুমি পণ্ডিত সুজান।
জানা সৱে ভুত ভবিষ্যত যত মান॥ ৬২৬॥
গুণাকৰ ক্ষমাৱন্ত দায়াল পৰম।
প্ৰচণ্ড প্ৰতাপ ৰাজ্য নাহি তযু সম॥
দুখি ভিখী সমস্তৰে যেনে বাপমাৱ।
এতেকে গোচৰ মই তোমাসাৰ থাৱ॥ ৬২৭॥
নাহি ৰূপ গুণ মঞি আকাশৰ পক্ষী।
কিসক ৰাখিলা কোন উপকাৰ লেখি॥

নোহো কিছু কাৰ্য্য ভাগি অসামৰ্থ আমি।
কোন উপহাৰ বান্ধি ৰাখি আছা তুমি॥ ৬২৮॥
যদিবা বোলাহা স্বৰূপে তোক পাই।
এহি মোৰ আনন্দ থাকোহো আগে চাই॥
কোন বস্তু নৃপতিৰ নাথাকয় ঘৰে।
ৰাজা ভৈলে কোন ৰঙ্গ আনন্দ নকৰে॥ ৬২৯॥
শুনা আৰ যতেক আপুনি মহিপাল।
লাগয় ৰজাক সবে বস্তু ভাল ভাল॥
নাহিকে সংশয় আত বুলিলো নিশ্চই।
আৰু যদি হেন কথা বোলা মহাশয়॥ ৬৩০॥
বনৰ চটক এই ফুৰে বনে বন।
কৰহ আহাৰ এই অনেক যতন॥
বহু দুখে কষ্টে ফুৰ দেশ দেশান্তৰে।
তথাপিতো নপাৰ উদৰ ভৰিবাৰে॥ ৬৩১॥
কোন দুখ লভি আছ মোহোৰ থাৱত।
নানা ভোগ ভুঞ্জি থাক ইটো পিঞ্জৰত॥
কি কাৰণে আমাত নোৱাৰ ইটো কথা।
শুনা ৰাজা কহো তেবে আমাৰ অৱস্থা॥ ৬৩২।
ময়ো একজন বৰ ৰাজাৰ তনয়।
পূৰ্ব্ব কৰ্ম্ম দুৰ্ভাগ্যত ভৈলেক এনয়॥
কুমন্ত্ৰণা কৰি মোক কৰিলে চতক।
এতেকেসে ফুৰো মই সকল দেশক॥ ৬৩৩॥
মহাদুখ তাপে শৰীৰক যায়।
জানো কোনে কৈত উপকাৰ ভাজ আমি॥
কেন মতে হৈব পূৰ্ব্ব ৰূপ কলেবৰ।
এহিসে তুলিলো ৰাজা তোমাত গোচৰ॥ ৬৩৪॥

যদি মই ই ভাৱে থাকোহো ইথাৱত।
নজানিলে কোনে ভালে কৰিবে কিসত॥
এতেকে আমাক তুমি দিয়োক চাৰিয়া।
কৰো বাস দুখে নানা দেশত ভ্ৰমিয়া॥ ৬৩৫॥
হেন শুনি তাৰাচন্দ্ৰ নৃপতি তিলক।
অদ্ভুত বচন পক্ষীৰ শুনিলেক॥
কোন তুমি কৈৰ হন্তে আছা ইটো ঠাই।
কোন দেশে জনম কোনোবা বাপ মাই॥ ৬৩৬।
কি কাৰণে হেনয় অৱস্থা ভৈলা তুমি।
কহিয়োক সত্যবাত তাক শুনো আমি॥
হেন শুনি পাচে সূৰ্য্যভানুৰ তনয়।
কহিলন্ত পূৰ্ব্বাপৰ সবে কথা চয়॥ ৬৩৭॥
হেন আদি অন্ত কথা শুনি তাৰা চন্দ্ৰ।
বাজিল মৰম মন ভৈল নিৰানন্দ॥
পাচে দুয়ো সখিত্ব কৰিলা সত্য কৰি।
স্নান পান ভোজন কৰিলা পেট ভৰি॥ ৬৩৮॥
পাচে বহুতৰ বৈদ্য আনি নৰেশ্বৰ।
কৰিলা প্ৰয়োগ নানা যত্নে নিৰন্তৰ॥
একোমতে ভাল কৰিবাক নপাৰিলা।
যৈৰ হন্তে আসিছিল তৈতে নিবৰ্ত্তিলা॥ ৬৩৯॥
এহি চিন্তি নৃপতি সবাকে সম্বোধিয়া।
পক্ষীৰূপ কুমৰক হাতত তুলিয়া॥
ভৈলা বাজ গৃহস্থৰ একলে নৰেশ্বৰ॥
সন্যাসীৰ বেশ ধৰিলন্ত নিৰন্তৰ॥ ৬৪০॥
যি দেশত আছে মধু মালতীৰ থান।
লাসে লাসে কৰিলন্ত তাহাকে গমন॥

নদ নদী গিৰি বন চড়াই কত কালে।
প্ৰৱেশিলা অনুপা নগৰি মহীপালে ॥ ৬৪১ ॥
সেহি দেশে ফুৰন্ত সৈন্যাসী বেশ ধৰি।
ৰাজা বুলি কেহো জনে চিনিতে নপাৰি ॥
অপৰূপ পক্ষীগুটি হাতত আছন্ত।
পাচে ৰাজা দ্বাৰে যাই প্ৰবেশ ভৈলন্ত ॥ ৬৪২ ॥
ইকথা থাকোক আবে শুনিয়ো অপাৰ।
মহা দুখে কষ্টে তথা আছা নৰেশ্বৰ ॥
মহিষীয়ো অনুতাপ অনেক কৰিলা।
বিস্তৰ কান্দিলা সত্য জমাইক স্মৰিয়া ॥ ৬৪৩ ॥
আপুনাকো বাৰম্বাৰ কৰিয়া ধিক্কাৰ।
কিনো মই অধৰ্ম্মী পাপিষ্ঠী কুলাঙ্গাৰ ॥
তঙ্ক নামে চাণ্ডালক সহিতে নপাৰি।
ঘোৰ শাপ দিলোহো কুয়সি ? মন্দ কৰি ॥ ৬৪৪ ॥
এহি মতে আপুনাকো অনেক ভৰ্চ্ছিলা।
পাছে মহিষীক চাই নৃপতি বুলিলা ॥
শুনা মহাদই আবে ছাৰা দুখ শোক।
আৰ কিবা স্থান মানে জিজ্ঞাসী আসোক ॥ ৬৪৫ ॥
যি ভৈল 'সি ভৈল আবে বিধিৰ বিপাক।
সবে ছাৰি লাগয় উপায় কৰিবাক ॥
হেন মতে ভাৰ্য্যাক শিখায়া নৰেশ্বৰ।
ভৃত্য সকলক চাই বুলিলা উত্তৰ ॥ ৬৪৬ ॥
শুন ভৃত্যগণ এথা কিবা আছ ৰই।
সবে মিলি কুমাৰক বিচাৰিয়া গই।
চটক স্বৰূপ হুয়া ফুৰে মনোহৰ।
উপায় কৰিয়া বিচাৰিয়ো নিৰন্তৰ। ৬৪৭ ॥

হেন যেবে নৃপতি আদেশ কৰিলন্ত।
শীঘ্রে উঠি প্রেমা কৰযোৰে বুলিলন্ত॥
শুনা পিতৃ নৰেশ্বৰ গোচৰ আমাৰ।
কৰিয়োক আজ্ঞা মই কৰিবো বিচাৰ॥ ৬৪৮॥
যেনে তেনে উপায় কৰিয়া বিচাৰিবো।
দুখ তাপ সহি নানা দেশত ফুৰিবো॥
স্বামী মোৰ হৰাইল থাকিব কোন চিতে।
বিচাৰো যতনে দেশ নগৰ গ্রামত॥ ৬৪৯॥
এহি বুলি নমস্কাৰ কৰি উঠিলন্ত।
দেখি ৰাজা আগ পাছ দেখাই বাধিলন্ত॥
তথাপি চলিলা কন্যা নুশুনি বচন।
যৈত মধু মালতীৰ আছয় ভবন॥ ৬৫০॥
তথাকে চলিলা গতি সতী চিত্রসেনী।
মহা শোকে দুখে চলে বাতুলৰ হেনী॥
পাছে পাইলা যাই সেহি কোঠাৰ ভিতৰ।
তাৰ কাষে আছে পুষ্প অনেক সুন্দৰ॥ ৬৫১॥
নানান বিচিত্র পুষ্প হয় জাতিস্কাৰ।
আমোদিত যেহেন আৰম্ভে দেৱতাৰ॥
সেহি বনে বিচাৰিবে প্রবেশিলা সতী।
হৰি পদ পঙ্কজকে হৃদিকৰি সতী॥ ৬৫২॥
মুখে নাম ৰাম চন্দ্র কৰি উচ্চাৰণ।
চৌপাশে নিহালি কন্যা পশি পুষ্পবন॥
বিচাৰি নপায়া পাছে তৈৰ ওলাইলন্ত॥
মহা তাপে সখীৰ কাষক চলিলন্ত॥ ৬৫৩॥
দেখে পাছে একেশ্বৰে ৰাজাৰ দুহিতা।
অধোমুখে ভূমিত পড়িছে কৰি চিন্তা॥

আতি বৰ দুখে নাই গায়ৰ অৱস্থা।
আচম্বিতে তুলি মাথা সখীক দেখিলা॥ ৬৫৪ ॥
সচকিতে উঠিয়া সাবটি ধৰিলন্ত।
মৃতকৰে মুখে যেন সুধা পৰিলন্ত॥
হুমাহুমি দুহানো কান্দিলা অতিৰেক।
পাছে খাই সোণাৰ খাটত উঠিলেক॥ ৬৫৫ ॥
পুছিবাক লৈলা আতি হাকলে বিকলে।
কৈৰ হন্তে সখী তুমি আসিলা একলে॥
কৈসানি আসিলা ছাৰি আপোন নগৰ।
অসন্তোষ পালা কিবা মিলিলে জগৰ॥ ৬৫৬ ॥
কিবা প্ৰয়োজনে আসি আছা ইঠাৱক।
মৰো মই স্বামী শোকে তোমাৰ গুণৰ॥
শুনিলে............তুমি হৰাইবা কথা।
তাক শুনি দেখি মোৰ আজিৰ অৱস্থা॥ ৬৫৭
কোন নিলে কেন কৰি আসিলা সুন্দৰী।
ইহাৰ কাৰণে কহিয়োক ভাল কৰি॥
হেন শুনি প্ৰেমা মধু মালতীৰ বাণী।
কহিলন্ত আদি অন্ত কথা সবে খানি॥ ৬৫৮ ॥
কুমৰক স্মৰি দুয়ো অনেক কান্দিলা।
খায়া দায়া প্ৰেমা পাছে বিদায় কৰিলা॥
স্বামীৰ উদ্দেশ্য কন্যা মনে চিত্ৰ সেনী।
অনুমতি লৈয়া গৈলা মাগিয়া মেলানী॥ ৬৫৯ ॥
মধু মালতীয়ো হুয়া শোক দুখ মনে।
কান্দিয়া থাকিলা সতী আপোন ভৱনে॥
পাছে তৈৰ হন্তে বাজ হুয়া বৰ নাৰী।
ফুৰিবে লাগিলা পাছে স্বামীক বিচাৰি॥ ৬৬০ ॥

জন গ্ৰাম নগৰ পৰ্ব্বত গহ্বৰত।
কান্দি কান্দি বিচাৰয় সমস্ত থানত॥
কহিতো নাপাইলে চিনি সকলে পৰ্য্যটি।
কতো দিন হন্তে দুনাই আসিল উলটি॥ ৬৬১॥
শুনা ঋষিগণ যাৰ যি কৰ্ম্ম আছয়।
অৱশ্যে মিলিবে তাত নাহিকে সংশয়॥
প্ৰৱেশিলা পাচে ৰাজদ্বাৰে যেবে সতী।
সেহি বেলা সন্যাসীক দেখিলা তহিতি॥ ৬৬২
অপৰূপ পক্ষী গুটি হাতত দেখিলা।
গুণিয়া মনে তাই সুধিতে লাগিলা॥
কোন তুমি কৈৰ হন্তে ফুৰি ঠাই ঠাই।
কৈৰ এহি চটক সন্যাসী লৈয়া যায়॥ ৬৬৩॥
কৈত পাইলা পক্ষী গুটি এনুৱা সুন্দৰ।
শুনিয়া সন্যাসী পাছে দিলন্ত উত্তৰ॥
কি কাৰণে আই তই সোধ মোত কথা।
অনেক আছয় এই পক্ষীৰ অৱস্থা॥ ৬৬৭॥
যদি প্ৰতিকাৰ তই পাৰ কৰিবাক।
তেবেসে তোহাত ইটো লাগে কহিবাক॥
তথাপিতো কহিবোহো শুনা যাতো তুমি।
জানায়ো নাজানা আক নজানহো আমি॥ ৬৬৫॥
এহিটো চটক সূৰ্য্যভানুৰ নন্দন।
শাশুৰীৰ শাপে পৰি ভৈলেক নিশ্চয়॥
দশো দিশ ফুৰয় লভিয়া মহা কষ্ট।
কহিতো নভৈল আসি ঘোৰ শাপনষ্ট॥ ৬৬৬॥
পাচে যাই প্ৰবেশিল মোহোৰ ৰাজ্যত।
আমি তাৰাচন্দ্ৰ ৰাজা জানিবা সাম্প্ৰত॥

দেখিয়া ইহাক ধৰি মহা যত্ন কৰি।
খুৱাই ধুৱাই থৈলো আক পিঞ্জোৰাত ভৰি ॥ ৬৬৭
পাছে এক দিনা মোত কহিলেক কথা।
যেন ভৈল আপোনাৰ সকলে অৱস্থা॥
হেন কথা শুনি আমি মনত চিন্তিলো।
কৰি সত্য দুয়ো আমি সখীত্ব কৰিলো॥ ৬৬৮ ॥
ইহাৰ হিতক চিন্তি অনেক যতনে।
ভাল কৰিবাক নোৱাৰিলো সেহি থানে॥
পাচে ৰাজ্য ভাৰ মই চাৰি নিজ দেশ।
সন্ন্যাসীৰ বেশে বাজ ভৈলোহো দিনেক॥ ৬৬৯ ॥
হেন যেবে শুনিলা কুমাৰী চিত্রসেনী।
মৰাৰ মুখত সুধা পৰিল যেহেনি॥
মহা শোকে দুখে সতী বিস্তৰ কান্দিলা।
সকৰুণে নৃপতিক বিস্তৰ বুলিলা ॥ ৬৭০ ॥
নমস্কাৰ কৰি চৰণৰ লৈলা ধূলি।
কৰযোৰে চটকক লৈলা হাতে তুলি॥
থাকা তুমি ক্ষণেকে ইহাত মহীপাল।
ৰাজাত জনাই মই আসো তত কাল॥ ৬৭১ ॥
এহি বুলি পাখীক হাতত লৈলা তুলি।
দিলা ভিৰি লৱৰ স্বামীক পাইলো বুলি॥
গুছিলন্ত চিন্তা দুখ হৰিষ হৃদয়।
মিলিলন্ত যথা আসি নৃপতি আছয়॥ ৬৭২ ॥
মহিষী সহিতে ৰাজা আছা দুখ কৰি।
সিটো মনোহৰ কুমাৰক মনে স্মৰি॥
সেহি বেলা তথাত প্ৰৱেশি চিত্রসেনী।
আনন্দতে নয়নৰ নিগৰয় পানী॥ ৬৭৩ ॥

হাতে পখীগুটি লই নমস্কাৰ কৰি।
কহিবে লাগিলা সতী পুটাঞ্জলী ধৰি॥
শুনা প্ৰভু নৰেশ্বৰ তোমাৰ বচনে।
বিচাৰিতে প্ৰথমে পশিলো পুষ্পবনে॥ ৬৭৪॥
নেদেখিয়া তথাত আসিলো পুনৰ্ব্বাৰ।
— — গ্ৰাম নগৰ কৰিলো বিচাৰ॥
নানা যত্ন কৰি চালো গিৰি গহ্বৰত।
নাথাকিল — খান চক্ষু গোচৰত॥ ৬৭৫॥
এহি মতে নানা দেশ ফুৰিলো পৰ্য্যটি।
নপাইলো কহিতো কুমাৰক লাগতি॥
পাছে শুনা পক্ষীক যিমতে লগ পাইলো।
হাতত পখিক দেখি আনন্দ লভিলো॥ ৬৭৬॥
হেন শুনি মহাৰাজ মহিষীক আনি।
কুমৰৰ কথা সবে কহিলা বখানি॥
শুনি মহাদেৱে শীঘ্ৰে কৰি উঠিলন্ত।
পক্ষীৰ গাৱত গৈয়া জল সিঞ্চিলন্ত॥ ৬৭৭॥
যদি মোৰ কৃপা আছে কৃষ্ণৰ চৰণে।
পক্ষি গুচি পূৰ্ব্বৰূপত হুয়ো এতিক্ষণে॥
যে খনে কৰিলা কন্যা শান্তি স্বস্ত্যয়ন।
নিমিষতে তাৰ হস্তে হুয়া নিৱৰ্ত্তন॥ ৬৭৮॥
কেহো নেদেখিল তাক চক্ষুৰ গোচৰ।
ভৈল নিজ কায়া তেতিক্ষণে মনোহৰ॥
যেন মধুমালতী তেনয় মনোহৰ।
যেনেসে বিচাৰ পাই হেন কন্যা বৰ॥ ৬৭৯॥
এহি বুলি মনত চিন্তিলা মহীপতি।
পাছে বুলিলন্ত নিজ মহিষীক মাতি॥

যি কর্ম্ম কৰিলা সতী কহন নযায়।
উপজিলা পটেশ্বৰী জমাইক দুনাই ॥ ৬৮০ ॥
ভাল তোৰ যশস্যা থাকিল ৰবি তলে।
এহি বুলি প্রশংসা কৰিলা মহাবলে ॥
পাছে কুমৰক প্রতি আদেশ কৰিলা।
স্নান কৰাইবাক অভ্যাস্তৰে নিবেদিলা ॥ ৬৮১ ॥
মধু মালতীক নিবাক পাঞ্চিলন্ত।
ৰাজাৰ আদেশে তেতিক্ষণে চলিলন্ত ॥
নৃপতিৰ শুনি হেন এতেক উত্তৰ ॥
অধোমুখ কৰি মাথা চাপৰ কুমৰ ॥ ৬৮২ ॥
লাঞ্জ বোল মাত নাহি নিষ্পান বদন।
কম্পিত হৃদয়ে ভয়ে থিৰ নোহে মন ॥
কতোক্ষণে মনে থাকি সিটো উঠি গৈলা।
প্রেমাক উঠিয়া সিয়ো ভোজন কৰাইলা ॥ ৬৮৩ ॥
পাছে নৃপতিয়ে জীউক বিহাইলা।
কুমৰেও মহানন্দে তহিতে ৰহিলা ॥
নগৰৰ মধ্যে ৰাজা ঘৰ প্রবেশিলা।
দুয়ো ভাৰ্য্যা সমে তথা কুমৰ থাকিল ॥ ৬৮৪ ॥
পাচে কতো দিন মানে থাকি মনোহৰ।
ভাৰ্য্যাৰ আগত কৈলা কথা নিৰন্তৰ ॥
শুনিয়োক ভাৰ্য্যা দুয়ো বচন আমাৰ।
বৃদ্ধ ভৈল নৃপ মোৰ নভৈল কুমাৰ ॥ ৬৮৫ ॥
পাছে শেষ কালে কষ্টে আমাক পাইলাক।
বিধিব্রতে মোক পায়া নাপালে আনক ॥
বৃদ্ধ কাল ভৈলো মই ফুৰো দেশে দেশে।
আছেকি নাহিকে বাপ নাজানো বিশেষে ॥ ৬৮৬ ॥

নিৰ্ভয়েসে সবে মোৰ বোল কৰিয়োক।
পিতৃ ৰাজ্যক লাগিয়া চলিয়োক॥
স্বামীৰ বচন শুনি বদতি সুন্দৰী।
আমাৰ বচন- কথা শুনা মন কৰি॥ ৬৮৭ ॥
তোমাৰ যে আজ্ঞা' হয় শুনা মহাশয়।
সে আজ্ঞা কৰিবো মই জানিবা নিশ্চয়॥
শুনিয়া কুমৰে আতি আনন্দিত ভৈলা।
নৃপতিক জনাইবে মধু মালতীক কৈলা॥ ৬৮৮ ॥
শুনিয়া নৃপতি আজ্ঞা দিলা তেতিক্ষণে।
কুমৰৰ আগে কন্যা কহিলা তেখনে॥
শুনিয়া কুমৰ তথা থাকি দিনা চাৰি।
ৰাজাৰ আগত গৈয়া বিদায়ক কৰি॥ ৬৮৯ ॥
শুনিয়া নৃপতি তেতিক্ষণে বজাইলেক।
হয় হস্তী ৰথ ৰথী লগত দিলেক॥
ৰাজা মহাদৈত গৈ বিদায়ক লই।
দুয়ো ভাৰ্য্যা সমে ৰথ উঠিলন্ত গই॥ ৬৯০ ॥
চিত্ৰসেন নৃপতিৰ — — ।
— — — কহিলা॥
তেতিক্ষণে দূতে নামি জনাইলেক গই।
তোমাৰ জমাই প্ৰভু দ্বাৰে আছে ৰই॥ ৬৯১ ॥
অনি — — লা।
তেতিক্ষণে দূতে গৈয়া কুমাৰত কৈলা॥
শুনিয়া কুমৰে পাছে পায়ে চলিলেক।
দুয়ো ভাৰ্য্যা সমে — — ॥ ৬৯১ ॥
নৃপতিয়ো ৰঙ্গে তথা আসন দিয়াইল।
দুয়ো ভাৰ্য্যা সমে তথা কুমাৰ বসিল॥

স্থখিলন্ত পাছে কথা — —।
— স্থখে কি আছয় মোৰ সখী প্ৰিয়তম॥ ৬৯২ ॥
কুমৰে বোলন্ত আবে শুনা মহীপাল।
তোৰ (?) সখী প্ৰভু শুনি — —॥
— — আবে শুনা মহীপাল।
আমাক বিদায় প্ৰভু দিয়াহা সকাল॥ ৬৯৩ ॥
আমাৰ দেশক লাগি কৰিবো গমন।
— — — আসিলো এখন॥
মহীপালে বোলে কথা শুনাহা জমাই।
তোমাক — — লাগি যোৱাহা তৰাই॥ ৬৯৪ ॥
— — কুমৰে পাছে — — ৰি।
মহিষী সহিতে একে গৈলা শীঘ্ৰ কৰি॥
পাছে মহিষীত কথা জাই জানা — —।
প্ৰেমা সতী — — প্ৰতিয়ো বিদায় কৰিলা॥ ৬৯৫
হয় হস্তী ৰথ ৰথী দিলা বহুতৰ।
ৰথত উঠিলা সেই কুমাৰী কুমৰ॥
পুত্ৰ জাই — — কোনো পাইলো।
সেহি থানে মনোহৰ জলক খাইলা॥ ৬৯৬ ॥
কতো দিন অন্তে পাইলেক নিজ দেশ।
প্ৰজাগণে দেখি সবে হৈলেক হৰিষ॥
প্ৰজাগণে বোলে কথা কিবা অথান্তৰ।
কৈৰ হন্তে আসিল কোঁৱৰ আমাসাৰ॥ ৬৯৭ ॥
সেহি বেলা আপুনাৰ থানক পাইলেক।
ঘৰৰ কুশল বাৰ্ত্তা প্ৰজাগণে স্থধিলেক॥
প্ৰজাগণ বদতি শুনিয়ো নৰ ৰাই।
তোমাৰ জনক প্ৰভু মৰিয়া বেঢ়াই॥ ৬৯৮ ॥

— — এখন দোমাস বহি গৈলা।
তোমাক ভাবিয়া — — জাপ বানে মৰিলা॥
তোমাৰ জননী দেবী আই ৰত্নমালা।
তোমাত ভাবিয়া মাত্র আছে প্ৰাণ গুটি॥ ৬৯৯॥
এহি বুলি পাত্র মন্ত্রী সবৰ প্ৰকাৰে।
কুমাৰক নিলা ৰাজৰাণীৰ আগাৰে॥
পাছে মহাদৈৱে কুমাৰক কোলে লৈল।
ৰঙ্গে আনন্দিতে মহা মহোৎসৱ ভৈল॥ ৭০০॥
কুমৰৰ দুয়ো ভাৰ্য্যা ৰাণীক নমিলা।
ৰাণীও মহানন্দে সাৱটি ধৰিলা॥
পাচে সেহি নিশা গোট বঞ্চি সৱ প্ৰাণী।
বিহানত উঠিলা কুমৰ মহামানী॥ ৭০১॥
পাত্র মন্ত্রী সমে সবাহাক আনিলেক।
দুয়ো ভাৰ্য্যা সমে সিংহাসন চৰিলেক॥
শুনা সভাসদ সব মধু মালতীৰ পদ।
হৰি নাম শুনি দূৰ কৰিয়ো মায়াপদ॥ ৭০২॥
লোমস বদতি শুনা ঋষি সৱ যত।
ঈশ্বৰৰ ইচ্ছা খণ্ডে কাহাৰ শকত॥
শুনিলাহা কথা ইটো পৰম পুৰাণ।
নাহি আত পৰে জানা কথাৰ সমান॥ ৭০৩॥
মধুমালতীৰ পদ সমাপতি ভৈল।
এহি বুলি ঋষিয়ে যে মৌন হুয়া ৰৈল॥ ৭০৪॥

যথা দৃষ্টং তথা লিখিতং
লিখকে নাস্তি দোষনং।
ভিমেস্যাপি ৰণে ভঙ্গঃ
মুনিনাঞ্চ মতিভ্রমঃ॥



# শব্দ-সূচী

অনিন্দিতী— ৭—নিন্দা কৰিব নোৱাৰা, অতি ধুনীয়া।

অনুপা —১৪—বিক্রম ৰজাৰ নগৰ, এই নগৰক স্থান বিশেষত মহাৰস নগৰো বুলিছে ; কিন্তু মূল হিন্দী কাব্যত ৰজা সুৰজভানৰ নগৰকে 'অনুপগড়', কানৈগিৰি আৰু কোনো ঠাইত 'চৰ্ণাড়ী' বুলিছে,

'গঢ় অনুপ বস নগ্র চৰ্ণাডী কলিজুগ সোঁ লংকা জো গঢ়ী। পুৰব দিস জগৰো ফিৰি আই, উত্তৰ পচ্ছিম গঙ্গা গঢ় খাঈ॥'....... ...............

"নগৰ অনুপ সোহাৱণ, ঔ গঢ় বিখম অংগম।"

অধোমুই — ২৬ = অধোমুখী, তললৈ মুখ কৰি।

অসাক্ষাত — ৪৯ = অদ্ভুত, কোনেও নেদেখা।

আশংসি — ৪ = আশীৰ্ব্বাদ দি।

আবেসে — ২৬ = এতিয়াহে।

আতাইতাই — ৪৬ = গৰ্ব্ব, ফুটনি ( সং-আততায়িন ? )

আসৰিশ — ৫৮ = অসদৃশ।

আউ — ৩৪ = আয়ু

আৰাম —৬১, ১০৮ = বিশ্রামৰ স্থান।

আৰিমুৰি — ৫৭ = ইফাল সিফাল কৰা।

উয়াৰি — ১৫ = ঘৰ।

উৰ্ম্মি —২৬, ৩০, ৬৯ = ঢৌ, কাল্লোন।

উৰুফাল —৫৭, ৫৮, ৬৯ = উফাল।

উষমিষ — ৮৬ = হুলস্থূল।

উঝস্তি — ৬৪ = ভৰিৰ আঙুলিৰ আঙঠি।

একুতিৰ পুত্র— ৩০, ৩১ = এটি মাত্র পুত্র থকা ; একপুত্রিকা।

ওৱাৰি —৯২, ১০০ = ঘৰ।

| | | | |
|---|---|---|---|
| কম্বুকণ্ঠ | — | ১৯, ৩৬ | = শঙ্খৰ দৰে গ্ৰীবা বা ডিঙি। |
| কটোৰ | — | ২২ | = বাটিৰ আকাৰৰ পাত্ৰ, কোটোৰা। |
| কল্হাৰ | — | ৩৫, ৫১ | = সং কহ্লাৰ; পানীত হোৱা ফুল, পদুম। |
| কৰিকৰ | — | ৩৭ | = হাতীৰ শুৰৰ দৰে বৈ পৰা আৰু পুৰঠ হাত। |
| কতিপয় | — | ৯১ | = কেইটামান। |
| কাহালী | — | ১২ | = কালি, মুখেৰে ফুকদি বজোৱা বাদ্য। |
| কুন্দা | — | ৭২, ৭৩ | = নিহল। |
| খৰোত্তৰ | — | ৫৬ | = তীব্ৰ। |
| খুমুছি | — | ৮ | = বাদ্য যন্ত্ৰ। |
| খুৰশানি | — | ৪৯ | = শাণিত খুৰ। |
| গাণ্ডি | — | ৫৫ | = গাৰী, শৰীৰৰ ওপৰ ভাগ। |
| গুঞ্জমণি | — | ৪৭ | = লাটুমণি। |
| গুলগুলি | — | ৯২ | = (সং গুল্ম) অন্তৰ্দাহ। |
| চপকৰে | — | ১১ | = বেগেতে। |
| চণ্টা | — | ৩৭ | = চটা। |
| চাহান | — | ৫৪ | = দৃষ্টি। |
| চৌযাঙ্গ | — | ৭০ | = |
| ছাইৰ জৰী | — | ৩০ | = মিছা, অলীক। |
| জান্তে, ঝান্তে | — | ১০, ২১, ৪০, ৪৮, ৮৮, ১০০ | = বেগেতে, শীঘ্ৰে। |
| জঘিনী | — | ৩৭ | = বহল জঘনযুক্তা। |
| জেসানি | — | ৪৪ | = যেতিযা। |
| জেমতি | — | ৬৩ | = জেউতি, পোহৰ। |
| ঝুলিবাত্তি | — | ৪২ | = দুটা দল বিভক্ত হৈ কৰা খেলা। |
| টাৰ | — | ৬৪, ৯৯ | = বাহুত পিন্ধা অলঙ্কাৰ॥ |
| টেণ্টন | — | ৬৫ | = ধূৰ্ত্ত, টেটোন। |
| তঙ্ক | — | ১১২ | = খং, ক্ৰোধ। |
| দন্দুৰ | — | ৪৫ | = দন্দুৰা। |

| | | | |
|---|---|---|---|
| দাঅন | — | ৬ | = দায়ন, দাতা। |
| দায়ৰ | — | ৮ | = পাত্র। |
| দুতি | — | ৪১ | = দ্বিতীয়। |
| ধুমচি | — | ৮ | = বাদ্যযন্ত্র বিশেষ। |
| নির্ঘাত | — | ১০৫ | = বজ্র। |
| পৰিছিন্ন | — | ৮৫ | = পৰিচ্ছেদ, সিদ্ধান্ত। |
| পৰচাৰ | — | ৮৭ | = প্রচাৰ, প্রকাশ। |
| পুটাঞ্জলী | — | ১১৭ | = দুখন হাত লগলগাই আঁজলি বন্ধা। |
| পাবৰণি | — | ৪৭ | = বস্ত্র ( সং-প্রাৱৰণ ) |
| পাল-পথত | — | ৬৫ | = খাটি দিব লগীয়া। |
| পাঞ্জাৰ | — | ৪১ | = কাষৰ। |
| প্রপাঙ্খিয়া | — | ১০৪ | = বহলাই। |
| বলিত | — | ১৬, ১৯ | = পূৰঠ ; বলিৰেখাযুক্ত। |
| বজোৱাৰ | — | ২৯, ৩৪, ৬৯, ৭৯ | = ঢৌ, পানীৰ আস্ফাল। |
| বজাইলেক | — | ১১৯ | = বাহিৰ হল, প্রকাশ হল। |
| বাউ | — | ৫৬ | = বায়ু। |
| বিদ্রম | — | ১৪ | = বিক্রম, পুথিৰ ঠায়ে ঠায়ে বিক্রমৰ সলনি বিদ্রম আছে। |
| বিতিৰেকে | — | ২২, ৪৪, ৪৬ | = ব্যতিৰেক। |
| বিদগদ | — | ৩৫, ৩৭ | = বিদগ্ধ, সুদক্ষ। |
| বিচিত্র বিশ্রাম | — | ৪১ | = প্রেমাৰ বাপেক, চিত্রসেনৰ নগৰৰ নাম। |
| বিহৰায়ে | — | ৪৯ | = পৃথক বা বেলেগ কৰে। |
| বেক্ত | — | ৬৬ | = ব্যক্ত, প্রকাশ। |
| ভিন্দাকৰ | — | ৭০ | = শকত, স্থূল। |
| ভুৰ | — | ৭৬ | = ভেলা, নাও। |
| মার্ত্তণ্ড | — | ৬৩ | = সূর্য্য। |
| মুক্ষদাইনী | — | ২ | = মুক্তিদাত্রী। |
| মুহৰি, মহাৰি | | ১২ | = বাদ্যযন্ত্র বিশেষ। |

| | | | |
|---|---|---|---|
| মুদ | — | ৫৪ | = মুদ্রা, তল্প, সচাঁৰ। |
| ৰণ্ড-তণ্ড | — | ৭০ | = লণ্ড ভণ্ড। |
| ৰিদিগত | — | ১ | = ছদিগত। |
| কদ্রকবিলাস | | ১২ | = বাদ্যযন্ত্র বিশেষ। |
| লাহৰি খেলাই | | ৬৬ | = ( লাস্যকাৰী ? ) লাহ বিলাহ কৰি। |
| শ্রুতি | — | ৭২, ৬৮ | = জ্ঞান। |
| সন্ধুক্ষণ | — | ১৩, ২৬ | = চেতন, সকাহ। |
| সন্নিহিত | — | ৩৭ | = ওচৰ, কাষ। |
| সমাবৰ্ত্ত | — | ৯৯ | = ওভতনি। |
| সম্পুজিল | — | ১০৯ | = উপজিল। |
| সেম্বৰে | — | ৮০ | = সহজে। |
| সুহাই | — | ১৬, ৩৫ | = শোভা কৰে। |
| সুবলিত | — | ৩৭ | = ( সু + বলিত ) = পুষ্ট। |
| সুৰতি | — | ৭১, ৮৭ | = শৃঙ্গাৰ ৰতি। |
| স্বোপন | — | ৮৬ | = স্বপ্ন। |

## সহায় লোৱা গ্ৰন্থসমূহ ঃ


(১) ডাঃ শিৱগোপাল মিশ্ৰ ( সম্পাদিত ) মধুমালতী ( হিন্দী )

(২) ডাঃ কমলকুল শ্ৰেষ্ঠ ঃ হিন্দী প্ৰেমাখ্যান কাব্য ( হিন্দী )

(৩) শ্ৰীপৰশুৰাম চতুৰ্বেদী ঃ হিন্দী কাব্য ধাৰা মে প্ৰেম প্ৰবাহ

(৪) Dr. Dasgupta & Dr. De : History of Sanskrit Literature. ( Classical Period )